# মন আৰু মন

ৰাম গোস্বামী




গুৱাহাটী বুক ষ্টল
গুৱাহাটী-৭৮১০০৩



MON
ARU
MON

*A study of Six famous books which have a Great and continuing impact on Human thought and action, not for a single Nation, but for a major segment of the World; written by Ram Goswamee and Published by Bangshidhar Sarmah, M/s. Gauhati Book Stall, Gauhati-3. Price Rupees Eight only.*



। প্ৰকাশক : শ্ৰীবংশীধৰ শৰ্মা ● গুৱাহাটী বুক ষ্টল ● শিলপুখুৰী ● গুৱাহাটী-৩

। প্ৰথম প্ৰকাশ: জুলাই, ১৯৭৬ চন ।

। বেটুপাতৰ ছবি আৰু অংগসজ্জা : বেণু মিশ্ৰ ।

। ছপা : শ্ৰীঅজিত কুমাৰ ৰায় ● শ্ৰীসাৰদা প্ৰিন্টিং ● ঘোষ লেন ● কলিকতা-৬ ।

। বন্ধা : শ্ৰীশিৱনাথন ঘোষ ● জবা বাইণ্ডিং ওৱাৰ্কচ্ ● কলিকতা-৬ ।

। মূল্য : আঠ টকা মাথোন ।

যাৰ মৰম আৰু প্ৰেৰণাত মই গ্ৰন্থাগাৰিক হʼবলৈ সুবিধা পালোঁ, ডাঙৰ দাদা শ্ৰীগোবিন্দ চন্দ্ৰ গোস্বামীলৈ ( বাপদাদা ) মৰম আৰু মৰম আগবঢ়ালোঁ।

## ॥ ভূমিকা ॥

'মন আৰু মন,' 'স্পন্দন', 'প্ৰতিভাৰ অভিযান,' 'শান্তি আৰু সমৰ', গ্ৰন্থখনৰ নামকৰণ লৈ কিমান যে নাম ওলাল। শেষত গৈ কিন্তু, প্ৰথমতে ভবা "মন আৰু মন" নামটোৱেই মনলৈ উলটি আহিল।

জ্ঞানৰ সন্ধান মানুহৰ চিৰন্তন অধিকাৰ, মনে এই সনাতন সন্ধান আবিষ্কাৰ কৰে। মন দূৰপ্ৰসাৰী, কেতিয়াবা দূৰ দিগন্তলৈ পাখি মেলি দৌৰ মাৰে, আকৌ কেতিয়াবা নিজৰ ভিতৰতে ধ্যানস্থ হৈ বহি থাকে। মানুহৰ মন, তেওঁৰ সংবেদনশীলতাৰ দৰে কিছুমান ধাৰণাৰ বশীভূত। এটা ধাৰণাকে লৈ মন বেছিদিন স্থিৰেৰে থাকিব নোৱাৰে। কেতিয়াবা আশ্বাস, কেতিয়াবা হয়তো আশঙ্কাৰ সৃষ্টি কৰি মনে বিস্ময়ৰ সূচনা কৰে, আলোড়ন জগাই তোলে। মনৰ মাজেদি বিকশিত হয় প্ৰতিভাৰ। প্ৰতিভাৰ কাম হ'ল, ধাৰণাৰ এক নতুন দিশৰ পৰিচয় দাঙি ধৰি এনে কিছুমান বস্তু-বিষয়ৰ সংযোগ আবিষ্কাৰ কৰা, যিবোৰ আগেয়ে কাৰো চিন্তাতে সোমোৱা নাছিল।

প্ৰতিভাৰ স্বাক্ষৰৰূপে জন্ম লাভ কৰে সাহিত্যই, কোনোৱে লিখে ইতিহাস, কোনোৱে সাহিত্য, বিজ্ঞান, কোনোৱে হয়তো লিখে জীৱন ৰহস্য। সাহিত্যই জন্ম দিয়ে কবি, শিল্পী, লেখক, দাৰ্শনিক, বৈজ্ঞানিক, সমালোচক আৰু অনেকক। সাহিত্য মনৰ দাপোণ আৰু জীৱনক লৈয়ে সাহিত্যৰ সৃষ্টি। জীৱন-জিজ্ঞাসাৰ ভিতৰেদি সাহিত্যই সু-গভীৰ বেদনা, সীমাহীন অতৃপ্তি, অন্তহীন বিস্ময়কৰ কৰুণ ছবি অংকণ কৰে। সাহিত্যই দৃঢ়তা লাভ কৰে মন আৰু বুদ্ধিৰ অৰ্থপূৰ্ণ ব্যৱহাৰত। কিন্তু অপব্যৱহাৰত, সাহিত্যই বাস্তৱ ধৰ্ম ত্যাগ কৰি অদ্ভুত কল্পনাৰে উত্তেজনা সৃষ্টি কৰে, আনে বিশৃংখলা, অনিশ্চয়তা। বিখ্যাত দাৰ্শনিক মাৰ্টিন দাৰছিয়ে কৰৰ দৰে, "যিসকল লোকে এনে সাহিত্য ৰচনা কৰে তেওঁলোক বিশ্বাসহীন ব্যক্তি, তেওঁলোকৰ মন দুঃখময়ে ভৰপূৰ।"

কেছেনতাৰ "স্মৃতিগ্ৰন্থ", লৰেন্সৰ "লেডী চাটাৰ্লিজ লাভাৰ", হিটলাৰৰ "মাইন-কাম্ফ", লুইজী পিৰাণ্ডেলোৰ "এজন নাটাকাৰৰ সন্ধানত ছটা চৰিত্ৰ", কাৰ্লমাৰ্ক্সৰ "দাস কেপিটেল", ৰুচোৰ "আত্মস্বীকাৰ" প্ৰভৃতি গ্ৰন্থৰ ভিতৰেদি তেওঁলোকৰ ধ্যান-ধাৰণা, বিচাৰ-বুদ্ধি, আশা-আকাংক্ষা প্ৰতিফলিত হৈছে। এইবোৰে আমাৰ হৃদয়-মন স্পৰ্শ নকৰাকৈ নাথাকে। প্ৰেম-প্ৰীতি, ব্যৰ্থতা-বিদ্ৰোহ, অভিমান-অভিযানৰ বিপুল সমাবেশত এই গ্ৰন্থসমূহে বিশ্বৰবাৰত অবিস্মৰণীয়ৰূপে স্থান পাইছে আৰু বৰ্তমান যুগতো এইবোৰৰ মূল্য কমা নাই। নানা অভিযোগ আৰু প্ৰচুৰ নিন্দাৰ সন্মুখীন হৈয়ো

শত সহস্ৰ পাঠকৰ ওচৰত এইবোৰ গ্ৰন্থই 'ক্লাচিকেল' স্বৰূপে সমাদৰ লাভ কৰিছে। কোৱা বাহুল্য যে এই বিশ্ববিখ্যাত গ্ৰন্থসমূহৰ আলোচনা ভাৰতীয় আন আন ভাষাত অনেক ওলাইছে।

"মন আৰু মন"ত এই গ্ৰন্থ কেইখনৰ এটি আলোচনা দাঙি ধৰাৰ চেষ্টা কৰা হৈছে। প্ৰকাশভঙ্গী আৰু আলোচনা প্ৰসঙ্গত যে আসোঁৱাহ নৈ থোৱা নাই, এনে নহয়। উৎসাহী, উৎসুক আৰু ৰসিক পাঠকে সহৃদয়তাৰে গ্ৰন্থখনক আদৰৰ চকুৰে চালে আমাৰ পৰিশ্ৰম সাৰ্থক হ'ব।

গ্ৰন্থখনি ছপাৰ উপযোগী কৰি পৰম আগ্ৰহেৰে নকল কৰি দিয়াৰ বাবে বাজ্যিক কেন্দ্ৰীয় পুথিভঁৰালৰ শ্ৰীসমৰ দাস, শ্ৰীলক্ষ্মী দাস আৰু ডিব্ৰুগড় জিলা পুথিভঁৰালৰ শ্ৰীমতী তৰুণী হাজৰিকা মোৰ শলাগৰ পাত্ৰ। বিশিষ্ট সাহিত্যিক, অধ্যাপক শ্ৰদ্ধেয় ড: প্ৰফুল্লদত্ত গোস্বামীয়ে এই গ্ৰন্থ ছপা কৰি উলিওৱাত মোক উৎসাহ দিছিল। 'কচোৰ আত্মস্বীকাৰ' নামৰ প্ৰবন্ধটো প্ৰকৃততে তেখেতৰ পৰামৰ্শতে লিখা হৈছে। তথ্য-পাতিৰ সংগ্ৰহত, সমালোচনাৰ আলোচ্যগ্ৰন্থৰ অনুসন্ধানত বাজ্যিক কেন্দ্ৰীয় পুথি-ভঁৰালৰ তথ্য আৰু গবেষণা শাখাৰ গ্ৰন্থাগাৰিক শ্ৰীদুৰ্গাপ্ৰসাদ ভাগৱতীয়ে মোক বিস্তৰ সহায় কৰিছে। তেওঁলৈ মোৰ আন্তৰিক ধন্যবাদ জনালোঁ।।

প্ৰবন্ধকেইটা প্ৰকাশৰ বাবে বহুদিনৰে পৰা মোক উৎসাহিত কৰিছিল মোৰ সহকৰ্মী, চিনিয়ৰ ডিপুটি লাইব্ৰেৰীয়ান শ্ৰীঅজয় বৰকটকীয়ে আৰু বহুতো মূল্যবান আলাপ-আলোচনাৰে সহায় কৰিছিল সুবিখ্যাত নাট্যকাৰ, সাহিত্যিক শ্ৰীসত্য প্ৰসাদ বৰুৱাই। এই দুয়ো গৰাকী শুভাকাংক্ষীলৈ মোৰ আন্তৰিক ধন্যবাদ আগবঢ়ালোঁ।। মোৰ সহধৰ্মিণী শ্ৰীমতী ৰিস্নু গোস্বামীয়ে প্ৰবন্ধকেইটা লিখোঁতে মোক প্ৰেৰণা যোগাইছিল। তেওঁৰো এই চলতে শলাগ ললোঁ।।

গুৱাহাটী বুক ষ্টলৰ স্বত্বাধিকাৰী শ্ৰীবংশীধৰ শৰ্মাই গ্ৰন্থখন ছপাই দিয়াৰ দায়িত্ব বহন কৰিছে। অসমীয়া ভাষা-জননীৰ সেৱাত এইজন উৎসাহী পুথি প্ৰকাশকে যি অপৰিসীম নিষ্ঠা আৰু আগ্ৰহেৰে নিজকে ব্ৰতী কৰিছে তাৰ বাবে তেওঁ সকলোৰে প্ৰশংসাৰ পাত্ৰ। কিতাপখনিৰ বেটুপাত আঁকিছে জনপ্ৰিয় শিল্পী বেণু মিশ্ৰই আৰু ভিতৰৰ ছবিকেইখন ঠিক-ঠাক কৰি দিছে শিবব্ৰত গোস্বামীয়ে। দুয়োজনলৈ মোৰ ধন্যবাদ জনাইছোঁ। ইতি—

—ৰাম গোস্বামী

বিশ্বসাহিত্যৰ বিস্ময়পূৰ্ণ ৰচনাৱলী :

# কেমেনভাৰ স্মৃতিগ্ৰন্থ

বিশ্বসাহিত্যত বিস্ময়ৰ সূচনা কৰা লিখকসকলৰ ৰচনাৱলীয়ে যুগযুগান্তৰ ধৰি অবিস্মৰণীয় কীৰ্তি অৰ্জন কৰি আহিছে। বিশ্বৰ চিৰন্তন বিস্ময় স্বৰূপে এইবোৰ ৰচনাই মানৱ-মনক আনন্দৰ সম্বল যোগাই আহিছে। লিখাৰ পৃথক দৃষ্টিভঙ্গীয়ে নাইবা স্থান, কাল, পাত্ৰ-পাত্ৰীৰ প্ৰাচীনতাই এইবোৰ ৰচনাৰ মূল্য হ্ৰাস কৰিব পৰা নাই।

জীৱনত যেনেকৈ সৌন্দৰ্য্য আছে, কদৰ্য্যতা আছে, ভাল-বেয়া আছে, সাহিত্যতো তেনেকৈয়ে ৰুচিবোধৰো বিভিন্নতা আছে। সাহিত্যত শ্লীলতা অশ্লীলতা সম্পৰ্কে যুগ যুগ ধৰি বাদানুবাদ চলি আহিছে। বাইৰণৰ স্ব-ৰচিত আত্মকথাত লিখকৰ উচ্ছৃঙ্খল জীৱন-কাহিনী সোমাই থকাত প্ৰকাশকে অশ্লীলতাৰ অভিযোগত অভিযুক্ত হোৱাৰ ভয়ত লিখকৰ মূল পাণ্ডুলিপি অগ্নিত দাহ কৰা নিদাৰুণ কাহিনী পঢ়িবলৈ পোৱা যায়। এনেকুৱা বহুত দৃষ্টান্ত সাহিত্য-জগতত বিচাৰি পাব পাৰি।

বিশ্ববিখ্যাত প্ৰায়বিলাক গ্ৰন্থতে যৌন আবেদন গৌণ নহয়। সৃষ্টিৰ অবিচ্ছেদ্য অঙ্গস্বৰূপে যদি 'প্ৰেম'ৰ মূল্য আছে, তেন্তে প্ৰকৃত সাহিত্য সৃষ্টিত প্ৰেমৰ অৱতাৰণা নিন্দনীয় হ'ব নোৱাৰে। পুণ্যৰ বিচাৰ কৰোঁতে পাপৰ, ভালৰ বিচাৰ কৰোঁতে বেয়াৰ, ধৰ্মৰ আলোচনা

কৰোঁতে অধৰ্মৰ, সৎচিন্তাৰ বিশ্লেষণ কৰোঁতে অসৎ চিন্তাৰ অৱতাৰণা যেনেকৈ অযুক্তিকৰ বুলি কব নোৱাৰি সেইদৰে জীৱনৰ বাস্তৱ ৰূপ এৰি অকল কল্পনাতে সাহিত্যৰ বিচাৰ হ'ব নোৱাৰে। সাহিত্য জীৱনৰ প্ৰতিফলন। মানুহক সম্পূৰ্ণ কৰি আঁকিবলৈ কৰা চেষ্টাৰ কাৰণে লিখকে অন্তঃস্থল বিচাৰি অনেক দূৰলৈ যাব লগাত পৰে। অৱশ্যে সাহিত্যত ব্যভিচাৰ কোনেও কামনা নকৰে। লিখকসকলৰ নৈতিক দায়িত্বৰ বুজা-পৰাৰ ওপৰতে, সমাজৰ প্ৰতি থকা কৰ্তব্যৰ ভিত্তিতে শক্তিবান সাহিত্য সৃষ্টি হোৱাটো সকলোৱে বাঞ্ছা কৰে। এনে সাহিত্যৰ যোগেদি সমাজৰ মানদণ্ড ওখ স্থানলৈ যাব পাৰে।

এই পৃথিবীত কোনো কোনো লোকে অতিৰিক্ত শক্তি লৈ জন্ম গ্ৰহণ কৰে। তেওঁলোকে উল্কাপাতৰ দৰে আশ্চৰ্য্য প্ৰতিভাৰ চিনাকি দি আলোড়নৰ সৃষ্টি কৰে। যিমান দিন জীয়াই থাকে এওঁলোকৰ বিস্ময়কৰ জীৱন ঘটনাই প্ৰচলিত ৰীতি-নীতিক, সমাজ বন্ধনক বিচলিত কৰি তোলে। কেতিয়াবা সমাজৰ কঠোৰ সমালোচনাত এওঁলোক ক্ষত-বিক্ষত হৈ জীৱন যুদ্ধত পৰাজয়ৰ গ্লানি বহন কৰি বিদ্ৰোহী হৈ উঠে। এওঁলোকে বিশৃংখল জীৱনৰ করুণ গাথা, পৰাজয়ৰ মৰ্মান্তিক কাহিনী, দুখ, কষ্ট, বঞ্চনা, হতাশাৰ নিদাৰুণ প্ৰতিচ্ছবি বলিষ্ঠ লিখনীৰে প্ৰকাশ কৰে। চাৰ্ভেণ্টিছ, ডিকেন্স, ষ্টান, হুগো, ডুমা, বালজাক, ভলটেয়াৰ, কেছেনভা, লৰেন্স, অস্কাৰ ওৱাইল্ড আদিৰ জীৱন কাহিনী করুণ ৰসেৰেই ভৰপূৰ। এওঁলোকৰ জীৱন-গাথা বৈচিত্ৰ্যময়। মানৱ-মনৰ ভাবনা-চিন্তা, কামনা-বাসনা, ব্যৰ্থতা, হাহাকাৰ, হতাশা বিপৰ্য্যয় উজাৰি দি এওঁলোকে জীৱনৰ কাহিনী লিখি গৈছে। বালজাকে "হিউমেন কমেডি" লিখিছিল মানুহৰ লগত মানুহ স্বৰূপে চিনাকি দি, ডুমাই "থ্ৰি মাস্কেটিয়াৰ্চ" লিখিছিল জীৱনৰ লগত জীৱন যোগদান কৰাৰ ৰহস্য উদঘাটন কৰি, ভিক্টৰ হুগোৰ "লে মিজাৰেবল" নবীন যৌৱনৰ অঞ্জলি স্বৰূপ, লৰেন্সৰ "লেডী চাটাৰ্লিজ লাভাৰ" পৃথিবীব্যাপী আলোড়ন কৰা এখন ৰোমাণ্টিক

উপন্যাস। গোটেই জীৱনৰ বিপৰ্য্যয়ৰ ভিতৰেদি লৰেন্সে লিখিছিল "লেডী চাটাৰ্লিজ লাভাৰ"। বিশ্ববৰেণ্য লিও টলষ্টয়ৰ "দি ক্ৰয়ৎজ চাৰ চোনাতা" এখন মানৱধৰ্মী গ্ৰন্থ। সমাজৰ নিন্দা, বিদ্ৰূপ আৰু কটূক্তিয়ে লিও টলষ্টয়ৰ শিল্পীমনক বিদ্ৰোহী কৰি তুলিছিল। সমাজৰ অধঃপতনমুখী ৰূপটো অঙ্কণ কৰোঁতে টলষ্টয়ে যৌন অনুভূতিক নিয়ন্ত্ৰণ নকৰাত সমাজখনে গৰজি উঠিছিল। লিখকক অবাধ প্ৰেমৰ পৃষ্ঠপোষক বুলি ভৰ্ৎসনা কৰা হৈছিল। টলষ্টয়ৰ প্ৰখ্যাত গ্ৰন্থ "আনা কাৰেনিনা"ত লিখকৰ যৌৱন সঙ্গীত প্ৰৱাহিত হৈছে, সেইদৰে "ওৱাৰ এণ্ড পিচ"ত জীৱন চিত্ৰৰ অনুপম কাহিনী প্ৰকাশ পাইছে। ইয়াৰ আঘাতৰ প্ৰতিৰোধৰ বাবে আঘাত, হিংসাৰ প্ৰত্যুত্তৰ স্বৰূপে প্ৰচণ্ড প্ৰতিহিংসাৰ মনোভাৱ প্ৰতিফলিত হোৱা নাই। 'ওৱাৰ এণ্ড পিচ'ত টলষ্টয়ে মৃত্যুৰ ভিতৰেদি অমৃতৰ, হিংসাৰ মাজেদি অহিংসাৰ, অন্ধকাৰৰ পৰা পোহৰৰ সন্ধান দিছিল। 'ওৱাৰ এণ্ড পিচ'ৰ দৰে জীৱন মহাকাব্য লিখিও জীৱিত অৱস্থাত টলষ্টয়ে অকণো সুখ, অকণো শান্তি লাভ কৰিব নোৱাৰিলে। স্ত্ৰীৰ লগত মনোমালিন্য, দাম্পত্য জীৱনৰ মৰ্মান্তিক বেদনা, আদৰ্শৰ লক্ষ্যত উপস্থিত হব নোৱাৰাত কঠোৰ লাঞ্ছনা টলষ্টয়ৰ ভাগ্যত লিখা আছিল। প্ৰচলিত ধৰ্ম ব্যৱস্থাৰ বিৰুদ্ধে মত প্ৰকাশ কৰাত টলষ্টয়ক ধৰ্মীয় অনুষ্ঠানৰ পৰা চিৰ নিৰ্বাসন দিয়া হ'ল, ৰাষ্ট্ৰই তেওঁক শত্ৰুৰূপে গণ্য কৰিলে। সমাজ, ৰাষ্ট্ৰ, সংসাৰ আনকি নিজ অতীতৰ পৰাও নিৰ্বাসিত হৈ টলষ্টয় নিঃসঙ্গ যাত্ৰাৰ যাত্ৰী হৈ পৰিছিল।

এযুগৰো আগতে প্ৰকাশ হোৱা, "Casanova's Memoirs" এখন বিস্ময়পূৰ্ণ জীৱন কাহিনী।

১৮ শতিকাৰ বিচিত্ৰ ঘটনা, পাৰিপাৰ্শ্বিক অৱস্থা, সামাজিক ব্যৱস্থা, শিক্ষা, বংশৰ ইতিবৃত্ত আদিৰে ভৰপুৰ কেচেনভাৰ স্মৃতিগ্ৰন্থ বিশ্বসাহিত্যত আলোড়নকাৰী বলিষ্ঠ ৰচনাৱলী। হাতেলিখা অৱস্থাতে এই গ্ৰন্থই বন্ধু মহলত জনপ্ৰিয়তা অৰ্জন কৰিছিল।

ৰাজকোঁৱৰ লিগ্‌নে, কাউণ্ট ডেল্‌ম’ৰ আদিয়ে কেছেনভাৰ লিখনী পঢ়ি অভিভূত হৈ পৰিছিল।

প্ৰতিভা বিশ্লেষণ কঠিন সমস্যা। যাৰ জীৱনকাহিনী অসঙ্গত জীৱন ঘটনাৰে ভৰপূৰ, যাৰ প্ৰতিভা হতাশা, বেদনা আৰু অন্ধকাৰেৰে ক্ষত-বিক্ষত, স্ত্ৰীলোক প্ৰীতি, জুৱা, ধাৰ, প্ৰতিশ্ৰুতিভঙ্গ, কুৎচিত আৰু দুৰাৰোগ্য ব্যাধি যিসকল সাহিত্যিকৰ বা শিল্পীৰ আজীৱন সহচৰী, তেনে ব্যক্তিৰ প্ৰতিভা বিশ্লেষণ সহজ কাম নহয়। এওঁলোকৰ ব্যক্তিগত জীৱন বিশৃংখল ঘটনাৰে প্ৰভাৱান্বিত, সাহিত্য ৰচনাত এওঁলোকৰ মুড্ অস্থায়ী। কিন্তু দৃষ্টিশক্তি সুস্পষ্ট আৰু সুগভীৰ। জুৱাত, আড্ডাত, যথাসৰ্বস্ব হেকৱাই আহি অনুতাপৰ জ্বালাত দগ্ধ হৈ যেতিয়া লিখিবলৈ কলম ধৰে তেতিয়া এইজনেই হৈ পৰে শৃংখলাবদ্ধ সাহিত্যিক। ব্যক্তিজীৱনৰ দৃষ্টিভঙ্গী হৈ পৰে তেওঁৰ অপৰিহাৰ্য্য অনুপ্ৰেৰণা। কেছেনভা আছিল এই প্ৰকাৰৰ সাহিত্যিক।

প্ৰেমাসক্তৰ বাবে কেছেনভা আছিল উপকথা স্বৰূপ। ইয়াৰ ৰসপান কৰোঁতাসকলে কেছেনভাৰ জীৱন কাহিনীক অপূৰ্ব বৰ্ণনাৰে প্ৰশংসা কৰি গৈছে।

১৮ শতিকাৰ ইউৰোপৰ বিষয়ে লিখা কেছেনভাৰ জীৱন-কাহিনী প্ৰকৃততে ‘বিশ্বকোষ’ বুলি বৰ্ণনা কৰিব পাৰি। তেওঁৰ এই স্মৃতি-গ্ৰন্থ ইয়াৰ এক তৃতীয়াংশ ঘটনাৰে ভৰপূৰ। ইউৰোপৰ প্ৰায়বোৰ দেশলৈকে কেছেনভা গৈছিল, প্ৰায়বোৰ বিখ্যাত ঘটনাৰে যুক্ত হৈছিল। তিনি কুৰি বছৰৰ বিশৃংখল জীৱন অতিবাহিত কৰি কেছেনভাই বহেমিয়ান কাউণ্ট এজনৰ ব্যক্তিগত গ্ৰন্থালয়ত গ্ৰন্থাগাৰিক স্বৰূপে কামত ভৰ্তি হৈ বিখ্যাত গ্ৰন্থ “মেময়ৰ্চ” লিখিবলৈ আৰম্ভ কৰে। জীৱনৰ শেষ দুৱাৰডলিত ভৰি দি শেষ জীৱনৰ বাৰ্দ্ধক্য জড়িত বেদনাৰে কেছেনভাই জীৱনকাহিনী লিখিবলৈ আৰম্ভ কৰে। তিনি কুৰি বছৰতো কেছেনভাই অদ্ভুত স্মৰণশক্তিৰে ৪৭ বছৰ অতিবাহিত কৰা বৰ্ণাঢ্য যৌৱনৰ ইতিবৃত্ত আত্মচৰিতত বৰ্ণনা কৰিছে। বাৰ্দ্ধক্যাই

তেওঁৰ প্ৰতিভাক বিকল কৰিব নোৱাৰিলে, কড়ুতাত হাতৰ পৰা কলম খুলকি নপৰিল।

কেছেনভাই তেওঁৰ জীৱন কাহিনীত নিজ জীৱনৰ বিক্ষিপ্ত ঘটনাৱলী লিখিয়েই ক্ষান্ত হোৱা নাই। ইয়াত তেওঁ জন্ম গ্ৰহণ কৰা দেশখনৰ ৰাজকুঁৱৰী, লিগিৰী, বাৰাঙ্গনা আদিৰো চৰিত্ৰ অঙ্কণ কৰিছে। ৰাজকৈদৰ ঘকৰা বেমেজালি, কলঙ্কেৰে পৰিপূৰ্ণ ভিতৰুৱা অৱস্থা, ঘোঁৰা গাড়ী চালকৰ প্ৰণয় কীৰ্তিৰ ভূমিকা কেছেনভাৰ আত্মচৰিতত ঠাই পাইছে। আনহাতে ১৮ শতিকাৰ দাৰ্শনিক, লিখক, শিল্পী-সকলৰো আলোচনা এই গ্ৰন্থত প্ৰকাশ পাইছে। সেই সময়ৰ ৰঙ্গমঞ্চ, কফি দোকান, বেশ্যালয়, অতিথিশালা, নৃত্যগীতৰ আড্ডা, ৰাজকাৰেং, উদাসীন ধৰ্মযাজকসকলৰ বাসস্থান, গীৰ্জাবাসিনী-কুমাৰীসকলৰ চৰিত্ৰাৱলী, ব্যঙ্গ, শ্লেষ, উপদেশ আৰু সমবেদনাৰ ভিতৰেদি কেছেনভাই স্মৃতিগ্ৰন্থত বৰ্ণনা কৰিছে। জনসাধাৰণৰ আচাৰ-ব্যৱহাৰ, ফুৰাচকা, ধুন-পেঁচ, খোৱা-বোৱা, ৰং-ধেমালি, যুঁজ-বাগৰ, জন্ম-মৃত্যু আদি কেছেনভাই সুনিপুণ শিল্পীৰ দৰে অঙ্কণ কৰিছে। দেহ কামনাৰ তৃপ্তিদায়ক উত্তেজনা, দৈহিক ৰূপৰ বৰ্ণনা, মদ, জুৱা আৰু ঈৰ্ষাযোগ্য ৰমণীৰ আমোদ, অশ্লীলতা, নগ্নতা আদিৰে কেছেনভাৰ স্মৃতিকথা বিস্ময়পূৰ্ণ গ্ৰন্থৰাজি। এই গ্ৰন্থৰাজিৰ পাঠকক ইয়াত থকা অশ্লীলতা বা নগ্নতাই নিম্নমুখী নকৰে। জীৱনৰ খুঁতবিহীন চিত্ৰ ৰূপায়িত কৰোঁতে নগ্নতাৰ প্ৰয়োজন আছে। সৌন্দৰ্য্য অঙ্কণ কৰোঁতে সুন্দৰ অঙ্গ-প্ৰত্যঙ্গ বাদ দিয়া মানে ছবিৰ সত্যতা নষ্ট কৰা। কেছেনভাই তেওঁৰ লিখিত স্মৃতিগ্ৰন্থত জীৱনৰ নিখুঁত চৰিত্ৰ অঙ্কণ কৰিবলৈ চেষ্টা কৰিছিল। আয়নাৰ প্ৰতিবিম্ব-ৰূপে অনেক ঘটনাই এই গ্ৰন্থৰ ভিতৰেদি আমাৰ চকুত জিলিকি উঠিছে।

১৮ শতিকাটো উদ্দেশ্যধৰ্মী যুগ আছিল বুলি কব পাৰি। কুৰি শতিকাৰ লগত ১৮ শতিকাক তুলনা কৰিলে তৰৎ ৰাখিব লাগিব।

টেলিৰেণ্ড নামৰ এজন লিখকে লিখিছিল—"যিজন লোকে ১৭৮৯ চনৰ ওচৰে-পাজৰে জন্ম গ্ৰহণ কৰিছিল, তেওঁ জীৱনৰ সত্যতা উপভোগ কৰিবলৈ নিশ্চয় সমৰ্থ হৈছিল। জীৱন যে কিমান সুন্দৰ, কিমান মহিমাময়, ১৮ শতিকাৰ ইউৰোপীয় ইতিহাসলৈ চকু ফুৰালেই উপলব্ধি কৰিব পাৰি। যিসকলৰ ধন-বিত্ত আছিল, সময় আছিল, তেওঁলোকে ১৮ শতিকাটো উপভোগ কৰিছিল পৰম তৃপ্তিৰে। এই যুগটো আছিল আনন্দৰ, সুখ-সম্ভোগৰ। এক উমৈহতীয়া সভ্যতাৰে ইউৰোপৰ সমাজ-ব্যৱস্থা প্ৰভাৱান্বিত হৈছিল। সমগ্ৰ ইউৰোপৰ ভৌগোলিক, প্ৰাকৃতিক, ৰাজনৈতিক অৱস্থাত এক সাৰ্বজনীন ভাবধাৰা পৰিলক্ষিত হৈছিল। ইংলণ্ডত ঘটা ১৬৮৮ চনৰ ৰক্তহীন বিদ্ৰোহৰ পৰা ১৭৮৯ চনৰ ফৰাচী বিপ্লৱৰ সময়লৈকে এই কালছোৱাক ইউৰোপৰ 'সোণালী যুগ' বুলি অভিহিত কৰিব পাৰি। কোনো আহুকলীয়া বিপদ-আপদ, দীঘলীয়া যুদ্ধ-বিগ্ৰহ, ৰাজনৈতিক অস্থিৰতা, ৰক্তাক্ত বিপ্লৱ আদিয়ে এই কালছোৱাক বিব্ৰত কৰিব পৰা নাছিল। পশ্চিম ইউৰোপত পুনৰ সংস্থাপনৰ সোৱাদ লগা মৌগুটিবোৰে মধুৰ ৰসেৰে আকাশ-পাতাল ওপচাই পেলাইছিল। বেক ( Back ), হেণ্ডেল ( Handel ), মজাৰ্ট ( Mozart )ৰ সুমধুৰ অপূৰ্ব সঙ্গীতে ১৮ শতিকাৰ ক'লা-কৃষ্টিক যুগমীয়া কৰি গৈছে। পাচত নেপোলিয়ন আৰু উত্তোগ বিপ্লৱৰ প্ৰচণ্ড আঘাতত পশ্চিম ইউৰোপৰ সুমধুৰ সঙ্গীত কাহপৰি ক্ষীণ গ'ল। সূৰ্য্যোদয়ৰ পাচত সূৰ্য্যাস্ত হোৱাৰ দৰে ইউৰোপৰ ৰাজনৈতিক ব্যৱস্থাত পৰিবৰ্ত্তন আৰম্ভ হ'ল। আহিল ভয়, শঙ্কা, বিদ্ৰোহ আৰু প্ৰতিহিংসা।"

কেছেনভাই ১৮ শতিকাৰ যি চিত্ৰ দাঙি ধৰিলে তাত ৰহস্য নাছিল, নাছিল কোনো অদ্ভুত কল্পনা বা অতিৰঞ্জিত বৰ্ণনা। কোনো আদৰ্শবাদৰো ভূমিকা কেছেনভাই সাঙুৰি লোৱা নাছিল। ষ্টিফেন-জুইগে কৈছিল, "মানৱ চৰিত্ৰৰ অবিকৃত দৰ্পণ কেছেনভাৰ স্মৃতিগ্ৰন্থ। বিচিত্ৰ মানুহৰ কৌতূহলপূৰ্ণ চৰিত্ৰৰ সংগ্ৰহালয় স্বৰূপে এই গ্ৰন্থ

সর্বশ্রেষ্ঠ। ইউৰোপৰ প্ৰায়বোৰ দেশৰ ভৌগোলিক চিত্ৰ, প্ৰাকৃতিক চিত্ৰ, শাসন ব্যৱস্থা, নাটঘৰ, কাব্যধাৰা, সাহিত্যধাৰা, সঙ্গীতধাৰা, সমাজ-জীৱন, ব্যক্তি-জীৱন, বিলাস-ব্যসন, প্ৰণয়-কাহিনী, বিবাহিত জীৱন, সুখ-শান্তি, ভোগ-বিলাস, নাৰীসঙ্গ, ব্যভিচাৰ, কুসংস্কাৰ আদি প্ৰায়বোৰ সমস্তাই কেহ্নেভাৰ দৃষ্টি আকৰ্ষণ কৰিছিল। এইবোৰ নিৰৱ বিবৃতি বুলি কব নোৱাৰি। সকলোবোৰ কেহ্নেভাৰ অভিজ্ঞতাৰ ওপৰত প্ৰতিষ্ঠিত, নিজ জীৱনৰ লগত জড়িত সম্পূৰ্ণ ইতিহাস।

কেহ্নেভাৰ স্মৃতিগ্ৰন্থ গভীৰ বিবেচনাৰে বিচাৰ কৰিলে ইয়াত থকা প্ৰণয়-কাহিনীসমূহ মুখ্য বৰ্ণনা বুলি ঠাৱৰাব নোৱাৰি। প্ৰেমৰ কাহিনীযুক্ত এখন গ্ৰন্থত কামোদ্দীপক আলোচনাৰ প্ৰতি এজন বিজ্ঞ পঢ়ুৱৈয়ে নিঃশঙ্কাৰ দৃষ্টি এবাৰ পাৰে, কেহ্নেভাৰ ক্ষেত্ৰত কিন্তু এই মনোভাৱ কিমানদূৰ সম্ভৱপৰ কব নোৱাৰি। ওপৰ চকুৱা হৈ কেহ্নেভাৰ বৰ্ণনাৰ পৃষ্ঠা লুটিয়াৰ পৰা ৰসগ্ৰাহী পঢ়ুৱৈৰ পক্ষে বোধকৰো সম্ভৱ নহব। স্মৃতি-কাহিনীৰ প্ৰত্যেকটো শাৰী, প্ৰত্যেকটো শব্দৰ লগত এনে মাদকতা সোমাই আছে যে যেই কোনো ৰসিক পাঠকে ইয়াৰ ৰস পান নকৰাকৈ থকা অসম্ভৱ। জীৱনৰ সত্য ঘটনা অৱতাৰণা কৰোঁতে নিজকে সচ্চৰিত্ৰ বা নীতিবান পুৰুষৰূপে কেহ্নেভা অৱতীৰ্ণ হোৱা নাই। লিখক হিচাপে বোধকৰো তেওঁ যেই কোনো পঢ়ুৱৈক সকলো সময়তে অপৰ্য্যাপ্ত আস্বাদ, মধুৰ তৃপ্তি দিবলৈ সমৰ্থ হৈছে।

যিসকলে কেহ্নেভাৰ প্ৰেমমূলক অভিযানক নিৰস বুলি বিবেচনা কৰে, তেওঁলোকে স্মৃতিগ্ৰন্থৰ প্ৰকৃত সোৱাদ বিচাৰি পাব—কেহ্নেভাৰ লগত ভলটেয়াৰ, ক্ৰেবিলন আদি মহাৰথীসকলৰ পৰস্পৰ বিৰোধী বাদানুবাদৰ আলোচনা পঢ়ি। কেহ্নেভাৰ লগত ভলটেয়াৰৰ গভীৰ আলোচনা সুপাঠ্য ৰচনা। ইয়াক পঢ়ি তন্ময় হব লাগে।

আনহাতে কেহ্নেভাৰ বিভিন্ন চহৰৰ অভিজ্ঞতা, ৰাজসভাৰ ব্যঙ্গ চিত্ৰ, অভিজাত বংশৰ সুন্দৰী ৰমণীৰ ভঙ্গ, নিলজ, আৰামদায়ক শয্যাৰ উত্তপ্ত সঙ্গ-সুখ, কাৰ্টেকমৰৰ বন্দীয়াৰ লগত পলাই যোৱা

ঘটনা, মহাযুদ্ধ আদি বসময় বর্ণনাই কেছেনভাব স্মৃতিগ্রন্থক বসাল কবি তুলিছে। ভেনিচ চহবৰ প্রান্তীয় কয়দীখানা 'লীভ্‌ছ'ৰ পৰা পলাই যোৱা ঘটনাটো কেছেনভাব জীৱনৰ আটাইতকৈ উল্লেখযোগ্য ঘটনা। চাৰি হাজাৰ পৃষ্ঠাৰ ভিতৰত এই বৃত্তান্তই কেছেনভাৰ এক মৌজেডী দাভি ধৰিছে। এই ঘটনা উদ্বেগপূৰ্ণ উপন্যাসৰ দৰে চমকপ্ৰদ। ভেনিচৰ চৰকাৰী নথি-পত্ৰৰ সংগ্ৰহালয়ত গৱেষণা কৰি পৰৱৰ্তী যুগৰ এজন বিজ্ঞ সমালোচকে কেছেনভাই যে লীভ্‌ছৰ পৰা পলাই গৈছিল তাক প্ৰামণ কৰি অনেক কৌতূহলপূৰ্ণ কথাৰ অৱতাৰণা কৰিছে। চৰকাৰী তথ্য যুগুত কৰা খতিয়ান বহীত পোৱা এটা হিচাপ মতে কেছেনভাই ফাটেক-ঘৰৰ পৰা পলাই যাওঁতে ফাটেক-ঘৰৰ বিস্তৰ ক্ষতিসাধন হৈছিল। এইবোৰ মেৰামত কৰোঁতে সৰহ সংখ্যক মুদ্ৰাৰ প্ৰয়োজন হৈছিল।

কেছেনভাব স্মৃতিগ্ৰন্থ অকল ঘটনাৰ ওপৰতে ভিত্তি কৰি লিখা হোৱা নাই। ইয়াত ব্যক্তিগত জীৱন-কাহিনীৰ উপৰিও গণিত শাস্ত্ৰ, ইতিহাস, জ্যোতিষবিদ্যা, অৰ্থনৈতিক সমস্যা, দেশৰ প্ৰশাসনীয় ব্যৱস্থা, ভাষা-বিজ্ঞান আদিৰ বিষয়ে আলোচনা কৰা হৈছে। কেছেনভা আছিল ক্লান্তিবিহীন পত্ৰ-লিখক। শতাধিক হাতে লিখা পত্ৰাৱলীৰ সংগ্ৰহ ইউৰোপৰ বিভিন্ন গ্ৰন্থাগাৰত সযত্নে সংৰক্ষণ কৰা হৈছে। জীৱনৰ আগছোৱাত শাৰীৰিক আৰু মানসিক প্ৰস্তুতিৰে নিজৰ আত্মচৰিত লিখিবলৈ অপেক্ষা কৰি তিনি কুৰি বছৰ বয়সত এনে এখন বসাল গ্ৰন্থ লিখি উলিওৱা কম ধৈৰ্য্যৰ কথা নহয়। দিনে নিশাই, মাহৰ পিছত মাহ, বছৰৰ পিছত বছৰ ধৰি কঠোৰ পৰিশ্ৰমেৰে কেছেনভাই স্মৃতিগ্ৰন্থ লিখি গৈছিল। মাজৰাতি টোপনিৰ পৰা চক খাই উঠি মনত খেলোৱা কথা বা ঘটনাবিশেষ লিখি পেলাবলৈ তেওঁ পঢ়া কোঠালৈ দৌৰ মাৰিছিল। কৰ্মক্লান্ত দিনৰ অৱসানত নিবিড় নিদ্ৰাৰ মাজৰ পৰা কেছেনভাই সাৰ পাই উঠিছিল, অদ্ভুত আনন্দৰ শিহৰণত কেছেনভা উত্তেজিত হৈ পৰিছিল।

"I've got work to do" প্ৰায়ে কেছেনভাৰ নিয়ন্ত্ৰিত হৈছিল : সৃষ্টিৰ নিচা লাগিছিল কেছেনভাৰ।

কেছেনভাৰ জন্ম হৈছিল ভেনিচ চহৰত (১৭২৫)। তেওঁৰ নাম গিয়োভানি গিয়াকমো কেছেনভা বুলি প্ৰখ্যাত আছিল। বাপেক আছিল নৃত্যশিল্পী, মাক এগৰাকী নিম্নখাপৰ অভিনেত্ৰী। দুয়োৰো চৰিত্ৰ সম্পৰ্কে অনেকে অনেক কথা কৈছিল। বাপেক লম্পট মত্তপায়ী, মাক চৰিত্ৰহীনা। আভ্যন্তৰীণ দুয়ো মহত্তম হৈ সকলোৰে লগত অন্তৰঙ্গভাৱে মিলা-প্ৰীতি অটুট ৰাখিছিল। ছয়টি ল'ৰা-ছোৱালীৰ ভিতৰত কেছেনভা আছিল জ্যেষ্ঠ। বাপেক-মাকে কেছেনভাক বেয়া সঙ্গৰ পৰা নিলগত ৰখাৰ উদ্দেশ্যে গীৰ্জাঘৰত ভৰ্তি কৰি দিয়ে। ধৰ্মমূলক শিক্ষাত কেছেনভাই আধ্যাত্মিক ভাৱসম্পন্ন আৰু নীতি উপদেশপূৰ্ণ ধৰ্মীয় গ্ৰন্থত সমূলি বাণ বহুবাৰ নোৱাৰাত গীৰ্জাৰ কৰ্তৃপক্ষই তেওঁক ঘৰলৈ পঠাই দিলে। কিছুদিন ঘৰতে থাকি আইন চৰ্চাৰ উদ্দেশ্যে কেছেনভা পাডুৱা চহৰলৈ যায়। প্ৰণয়জনিত কেলেংকাৰী কাৰ্য্যত লিপ্ত হোৱাৰ অভিযোগত কেছেনভাক আইন বিদ্যালয়ৰ পৰা বহিষ্কাৰ কৰা হ'ল। বন্ধুবৰ্গৰ উপদেশ মতে কেছেনভাই সৈন্য বাহিনীতো ভৰ্তি হৈ কিছুদিনৰ বাবে অভিজ্ঞতা অৰ্জন কৰিছিল। সৈন্যৰ কামত নিয়মানুবৰ্ত্তিতাৰ প্ৰয়োজন। সেই কাৰণেই কেছেনভাই সৈন্য বাহিনীত তিষ্ঠি থাকিব নোৱাৰি ভেনিচ চহৰলৈ উভতি আহিল। চেন্‌চেমুৱেল .থিয়েটাৰ দলত বেহেলা বাদকৰূপে কেছেনভাই খ্যাতি অৰ্জন কৰিবলৈ সুবিধা পালে। ১৭৫০ চনত তেওঁ লাৱকত থকা ফ্ৰিমেচনৰ চাকৰিত সোমায়। পেৰিচত দুবছৰ এই কামত থাকি তেওঁ ড্ৰেছডেন, প্ৰেগ আৰু ভিয়েনা ভ্ৰমণৰ উদ্দেশ্যে বাহিৰ ওলায়। বিদেশ ভ্ৰমণৰ অন্তত হাতত থকা সকলো ধন-বিত্ত উদং হোৱাত যাদু-বিদ্যাৰ সহায় লয়। ১৭৫৫ চনত অলাৎ যাদুবিদ্যাত লিপ্ত থকা অপৰাধত কেছেনভাই ৫ বছৰৰ কাৰণে কাৰাবৰণ কৰিব লগাত পৰে। ১৭৫৬ চনৰ অক্টোবৰ মাহৰ ৩১ তাৰিখে কেছেনভাই ক্যাটেক-ধৰ্মৰ

পৰা পলাই যাবলৈ সক্ষম হয়। কিছুদিন অনাই-বনাই ঘূৰি ফুৰি তেওঁ পেৰিচ চহৰ পায়গৈ। তাত লটাৰী খেলৰ আড্ডা খোলে আৰু পেৰিচ চহৰৰ অনেক অভিজাত পৰিয়ালৰ লগত চা-চিনাকি হবলৈ সুবিধা লাভ কৰে। এই সময়ছোৱা কেছেনভাৰ ভাগ্য পৰিবৰ্ত্তনৰ যুগ বুলি কব পাৰি। আৰ্থিক অভাৱ দূৰ কৰি ঋণমুক্ত হবলৈ তেওঁ অহোপুৰুষাৰ্থ কৰিব লগাত পৰিছিল। ধৈৰ্য্য আৰু সুচতুৰ উপায় অৱলম্বন কৰি অভিজাত বংশৰ পুৰুষ মহিলাৰ সক্ৰিয় সহায় আৰু সহযোগিতাত কেছেনভাই প্ৰচুৰ ধন-সম্পত্তি অৰ্জন কৰিলে। কেতিয়াবা যাদুকৰৰূপে, কেতিয়াবা বিদূষকৰূপে পেৰিচ চহৰৰ সৌন্দৰ্য্য-স্বৰূপিণী পৰমাসুন্দৰীসকলৰ "অতি প্ৰিয়ভাজন" কেছেনভাই আমোদ-প্ৰমোদৰ সমাবোহ পাতিলে। পেৰিচৰ ৰমণীসকল মুগ্ধ হ'ল, বিভ্ৰান্ত হ'ল কেছেনভাৰ প্ৰণয় অভিযানত। নিঃশব্দেৰে আগবঢ়োৱা আবেগভৰা সমৰ্পণত কেছেনভাই আপত্তি কৰিব নোৱাৰিলে। অভিযান চলিল পূৰ্ণ উদ্যমেৰে। সৌন্দৰ্য্য-সাধনাত যেন কেছেনভাই পূৰ্ণতাৰ সন্ধান বিচাৰি উলিয়ালে।

১৭৫৯ চনত কেছেনভাই বিস্তৰ ধন-বিত হাতত লৈ নেদাৰলেণ্ড, দক্ষিণ জাৰ্মানী, ছুইজাৰলেণ্ড, চেভয়, দক্ষিণ ফ্ৰান্স, ফ্লৰেন্স, ৰোম আদি ভ্ৰমণ কৰে। এই ভ্ৰমণে কেছেনভাৰ জীৱনলৈ আনে বিৰাট অভিজ্ঞতা। নেদাৰলেণ্ডৰ ৰজাই তেওঁক "চেনগেলৰ অশ্বাৰোহী বীৰ" (Chevalier de Seingalt) বুলি অভিহিত কৰে। ছুইজাৰলেণ্ডত তেওঁ ভলটেয়াৰৰ লগত ব্যস্ততাপূৰ্ণ দিনবোৰ আনন্দেৰে অতিবাহিত কৰে। ফ্লৰেন্সত কেলেঙ্কাৰী জীৱনযাত্ৰাৰ অপৰাধত কেছেনভা দেশান্তৰ হব লগা হয়। ৰোমত কেছেনভাৰ আচৰণত পোপ মুগ্ধ হৈ "সোণালী পাছৰৰ দূত"ৰূপে উপাধি দান কৰে। লণ্ডন, বাৰ্লিন আদিত কেছেনভাই অদ্ভূত প্ৰতিভাৰ পৰিচয় দিয়ে। প্ৰুচিয়াৰ ৰজা দ্বিতীয় ফ্ৰেডাৰিকে কেছেনভাক "ৰাজ সন্মান" আগবঢ়াই বন্ধুত্ব স্থাপন কৰে। পিছত তেওঁ ৰিগা, চেণ্টপিটাৰচবাৰ্গ আৰু ৱাৰ্চো ভ্ৰমণ কৰে। এটাৰ

পাচত এটা কেলেঙ্কাৰী ঘটনাত লিপ্ত হোৱাত দুৰ্যোগৰ পৰা বক্ষা পাবলৈ কেছেনভাই স্পেইনলৈ পলাই যায়। ১৭৪৪—১৭৮২ চনৰ সময়ছোৱা কেছেনভাৰ বিপৰ্য্যয়ৰ কাহিনীৰে ভৰপূৰ। চাকৰিৰ অন্বেষণত তেওঁ অতি কষ্টেৰে ইফালে সিফালে ঘূৰি ফুৰিবলৈ ধৰিলে। দেহ শীৰ্ণ হবলৈ আৰম্ভ হ'ল। নিষ্ক্ৰিয় অৱসাদে কেছেনভাক যেন ক্ৰমশঃ গ্ৰাস কৰিবলৈ ষড়যন্ত্ৰ কৰিলে। বান্ধৱী প্ৰণয়িনীসকলে, 'মাদাম'সকলে কেছেনভাৰ দুখ, যাতনা অপমানক লাঘৱ কৰিবলৈ আগবাঢ়ি নাহিল। দুৰ্ভাগ্যৰ বিপৰ্য্যয়ত কেছেনভা বিচলিত হৈ পৰিল। অৱশেষত, ভেনিচীয় গুপ্তচৰৰূপে এটা সাধাৰণ চাকৰিত ভৰ্ত্তি হৈ কেছেনভাই জীৱনধাৰণ কৰিব লগাত পৰিল। অনুশোচনাই তেওঁক নিবৰ কৰি পেলালে।

১৭৮৫-৯৪ৰ সময়ছোৱাত আমি কেছেনভাক সম্পূৰ্ণ বেলেগ ৰূপত দেখিবলৈ পাওঁ। বিলাসপ্ৰিয়, নাৰীসঙ্গ প্ৰিয় কেছেনভাৰ মনলৈ বাৰ্ধক্যৰ লগে লগে আধ্যাত্মিক বিবৰ্ত্তন আহিল। নিৰ্জন, নিঃসঙ্গ কেছেনভাই বহেমিয়াৰ ৱাল্ডষ্টেইন কাউণ্টৰ বদান্যতাত গ্ৰন্থাগাৰিক-ৰূপে কাউণ্টৰ ব্যক্তিগত গ্ৰন্থালয়ত যোগ দিয়ে। সাহিত্যচৰ্চাই কেছেনভাক সাহিত্য-ৰচনাৰ উদ্দীপনা দান কৰিলে। সাহিত্য জগতত কেছেনভাই উজ্জ্বল প্ৰতিশ্ৰুতি দেখিবলৈ পালে। কাউণ্টৰ সাহিত্য সতীৰ্থসকলে তেওঁৰ শূন্যতাক বিশ্বাসেৰে ওপচাই পেলালে। কেছেনভাই হাতত কলম ধৰিলে। এখন এখনকৈ অপূৰ্ব গ্ৰন্থ কেছেনভাই শেষ কৰি পেলালে। সংস্কৃতিৰ বাহকসকলে তেওঁৰ প্ৰতিভাত ভক্ত হৈ গ'ল।

জুন মাহৰ ৪ তাৰিখ, ১৭৯৮ চন। কেছেনভাৰ জীৱনাৱসানৰ স্মৰণীয় দিন। অফুৰন্ত জীৱনীশক্তিৰে বিশৃঙ্খল জীৱনটোক সুদীৰ্ঘ ৭৪ বছৰ পূৰ্ণোদ্যমে ভোগ কৰি কেছেনভাই শেষ বয়সত সাহিত্যব্ৰতী স্বৰূপে মৃত্যুবৰণ কৰিলে।

কেছেনভাক লম্পট চৰিত্ৰহীন বুলি যিসকলে কৰ খোজে

তেওঁলোকৰ মন্তব্য ঈৰ্ষাপ্ৰসূত। তেওঁলোকে কেছেনভাৰ স্মৃতিগ্ৰন্থ পঢ়িলে এই ভুল উপলব্ধি কৰিব পাৰিব।

ভিয়েনা আৰু পেৰিচ চহৰৰ পুলিচ ৰিপোৰ্ট মতে কেছেনভা আছিল ঠগ, প্ৰবঞ্চক, দাগী-ফাটেকিয়াল, আনহাতে বৰ্জা ক্ৰেভাৰিক, পঞ্চদশ লুই, ৰাণী কেথেৰিণ আদিৰ বিচাৰত তেওঁ আছিল অসাধাৰণ ব্যক্তি, বিশ্বসাহিত্যৰ মহত্তম কথাশিল্পী।

লিখকস্বৰূপে খ্যাতি অৰ্জন কৰা কেছেনভাই "চেনগেলৰ অশ্বাৰোহী বীৰ" (Chevalier de seingal) উপাধি কেনেকৈ পালে? এই প্ৰশ্নৰ উত্তৰত কেছেনভাই আগষ্টবাৰ্গৰ নগৰ পালকক কৈছিল, "বৰ্ণমালা সকলোৰে ৰাজহুৱা সম্পত্তি। ভলটেয়াৰৰ নামৰ দৰে বৰ্ণৰে গঠিত এই "চেনগেল" উপাধি মই গ্ৰহণ কৰিছোঁ মোৰ তৃপ্তিৰ বাবে। মই ভাবোঁ, কোনো দ্বিতীয় ব্যক্তিৰ এই নাম এতিয়ালৈকে নাই। এই নতুন নাম লোৱাত কোনো দস্যুবৃত্তি জড়িত নাই। নগৰপালকে কেছেনভাৰ যুক্তিত সন্তোষ হ'ল নে নাই কব নোৱাৰি। কিয়নো মানৱৰ আদিপুৰুষ 'আদাম'ৰ নামটো সকলোৱে আনন্দেৰে গ্ৰহণ কৰি গৰ্ব কৰিব পাৰিলেহেঁতেন।

পুথিৰ তালিকা প্ৰস্তুতকাৰী হিচাপে কেছেনভাৰ গুণবাজি আমি দেখিবলৈ পাওঁ যেতিয়া তেওঁ বহেমিয়াত গ্ৰন্থাগাৰিকৰূপে কাম কৰিছিল। 'মেময়ৰচ'ত গ্ৰন্থপুঞ্জীৰ বিতৃত বিৱৰণ পোৱা যায়। বহেমিয়াৰ গ্ৰন্থালয়ত থকা পঁচিশ হাজাৰ পুথিৰ বিৱৰণী নিৰ্ভুলভাৱে সংৰক্ষণ কৰি কেছেনভাই সুদক্ষ গ্ৰন্থাগাৰিকৰূপে খ্যাতি অৰ্জন কৰি গৈছে। তেওঁৰ মৃত্যুৰ প্ৰায় এশ বছৰৰ পাচতো বহেমিয়াৰ গ্ৰন্থালয়ৰ সূচীকৰণ, বৰ্গীকৰণ নিখুঁতভাৱে থকাৰ প্ৰমাণ পোৱা গৈছে। ১৮৯৯ চনত আৰ্থাৰ চাইমনচ্ নামৰ এজন পণ্ডিতৰ টোকাত এই বিষয়ে আলোচনা কৰা হৈছিল। চাইমনচে এই গ্ৰন্থালয়ৰ গুপ্ত কোঠালীত কেছেনভাৰ বহুতো হাতেলিখা পুথি, চিঠি-পত্ৰ, মূল্যবান

টোকা উদ্ধাৰ কৰে। স্মৃতিগ্ৰন্থ বিচাৰি চলাথ কৰি দুটা অধ্যায় সম্বন্ধেৰে ঁখ দিয়া অৱস্থাত তেওঁ বিচাৰি উলিয়ায়।

কেছেনভাই গ্ৰন্থালয়ক সাহিত্যৰ প্ৰাণকেন্দ্ৰ বুলি বৰ্ণনা কৰিছিল। তেওঁ য'লৈকে গৈছিল ত'তে গ্ৰন্থালয় চাবলৈ নাপাহৰিছিল। ৰোমৰ "যিশু গ্ৰন্থালয়" ( Jesuit Library) চাবলৈ কেছেনভাক সুবিধা দিয়া হৈছিল। কেছেনভাই তেওঁৰ স্মৃতিগ্ৰন্থত এই বুলি লিখিছে, "ৰোমলৈ অহা এসপ্তাহৰ পাছতে মই ৰোমান গ্ৰন্থালয় চাবলৈ সুযোগ বিচাৰিছিলোঁ। বিশেষ অনুমতি লাভ কৰি সেইবোৰ পৰিদৰ্শন কৰাৰ সুবিধা লাভ কৰিব নোৱাৰি মই হতাশ হৈ পৰিছিলোঁ। মোৰ চেষ্টা অথলে গৈছিল। এদিন কথা প্ৰসঙ্গত চাণ্টাক্ৰছৰ ৰাজকোঁৱৰক মোৰ অসুবিধাৰ কথা প্ৰকাশ কৰাত তেওঁ মোক যিশু গ্ৰন্থালয়ৰ প্ৰধান গ্ৰন্থাগাৰিকৰ লগত পৰিচয় কৰাই দিবলৈ মান্তি হ'ল। যথা সময়ত মোৰ দেখা-সাক্ষাৎ ঘটিল, মই গ্ৰন্থালয় চাবলৈ অনুমতি লাভ কৰিলোঁ। মই ইচ্ছানুসৰি বিভিন্ন মূল্যবান ৰোমান গ্ৰন্থ পঢ়িবলৈ সুবিধা পালোঁ। মোৰ বাসস্থানলৈ পুথি আনি পঢ়িবলৈ অনুমতি পালোঁ। গ্ৰন্থাগাৰৰ বৰ্থীয়াজনে সন্ধিয়াপৰত পঢ়া-শুনা কৰোঁতে মই অসুবিধা পাওঁ বুলি গ্ৰন্থাগাৰৰ খৰচত মমবাতিৰ যোগান ধৰিছিল। মোৰ সুবিধাৰ বাবে এটি সৰু খোটালী আছুতীয়াকৈ ৰখা হৈছিল, তাৰ তলা-চাবি পৰ্য্যন্ত মোৰ হাতত দিয়া হৈছিল। সকলো সময়তে বিনা অনুমতিত ইয়ালৈ অহা-যোৱা কৰি মই ৰোমান সভ্যতাৰ গৌৰবময় কাহিনীসমূহৰ লগত তন্ময় হৈ পৰিছিলোঁ। এই গ্ৰন্থালয়ৰ প্ৰত্যেকজন কৰ্মী মোৰ প্ৰিয়ভাজন হৈ পৰিছিল। তেওঁলোকৰ কৰ্তব্যনিষ্ঠাত মই অভিভূত হৈ পৰিছিলোঁ।"

জাৰ্মান দেশৰ বুলফেন বাটেল (Wolfen buttel)ৰ গ্ৰন্থাগাৰটো অতি প্ৰখ্যাত আছিল। ইয়াত গৱেষণা কৰি কেছেনভাই কেইবাখনো পুথি লিখিছিল। গ্ৰন্থাগাৰৰ পৰা মূল্যবান নথি-পত্ৰ ঘৰলৈ নি পঢ়া-শুনা কৰিবলৈ তেওঁক সুবিধা দিয়া হৈছিল। "সপ্তাহৰ পাছত সপ্তাহ

ধৰি সুন্দৰ পৰিবেশেৰে সুশোভিত এই গ্ৰন্থাগাৰত থকা বহুমূলীয়া হাতে লিখা পুথিসমূহ পঢ়িবলৈ পাই মই ভাগ্যবান বুলি ভাবিছিলোঁ। আজিও সেইদিনৰ সজীৱ স্মৃতিয়ে মোক বিস্ময় কৰি তোলে। মোৰ প্ৰিয়সহচৰী সেই মধুৰ দিনবোৰ! ভূত, ভৱিষ্যত, বৰ্তমানৰ কোনো সুখৰ লগত তুলনা নহয়।" কেছেনভাৰ গ্ৰন্থাগাৰ-প্ৰীতিৰ এই বৰ্ণনা পৰম উপাদেয়।

নাৰীৰ ক্ষেত্ৰত কেছেনভাৰ অপূৰ্ব খ্যাতি অৰ্জনৰ ভিত্তি ক'ত? "কেছেনভাৰ জীৱনত ৰমণীৰ তালিকা" আলোচনা কৰি শেষ কৰিব নোৱাৰি। নিজৰ স্ত্ৰীক ভাল পোৱাৰ শক্তি কিমান অৱশিষ্ট আছিল, কোৱা কঠিন। কিন্তু পৰস্ত্ৰীৰ ওপৰতে কেছেনভাৰ আসক্তি আছিল অফুৰন্ত। পৰিচিতা, অপৰিচিতা, আত্মীয়, অনাত্মীয়, শত্ৰু, মিত্ৰ সকলো ৰমণীৰ লগত কেছেনভাৰ প্ৰীতি, দুৰ্বাৰ বেগেৰে আগবাঢ়িছিল। খ্যাতি, প্ৰেম আৰু ঐশ্বৰ্য্যই কেছেনভাৰ প্ৰণয় অভিযানক অনেক ক্ষেত্ৰত সহায় কৰিছিল। অসংখ্য নামগোত্ৰহীন তৰুণী, গাভৰু, বৃদ্ধা মহিলাৰ লগত কেছেনভাৰ কেলেঙ্কাৰী কাহিনী জড়িত হৈ পৰিছিল। ঋণগ্ৰস্ত হৈ অনেক সময়ত তেওঁ বহুতো ৰমণীক পোহপাল দিব লগা হৈছিল। লিগমেৰ ৰাজকোঁৱৰে কৈছিল যে কেছেনভাৰ বৰ্তীন যৌৱনৰ বিশৃংখল দিগ্বিজয়ৰ বাবে কেছেনভাৰ শাৰীৰিক সৌন্দৰ্য্য, বলিষ্ঠ দেহগঠন, অসাধাৰণ শিল্পীসুলভ মনোবৃত্তি সমালোচনাৰ বিষয়বস্তু। কেছেনভাৰ দেহগঠন আছিল হাৰকুলেচৰ দৰে। বলিষ্ঠ বাহুৰ আকৰ্ষণত যেই কোনো ৰমণীয়ে কেছেনভাৰ কাষ চপাটো আচৰিত কথা নহয়। প্ৰথম দৰ্শনৰ মধুৰ আলিঙ্গনত পৰমাসুন্দৰী ৰমণীয়ে প্ৰেমৰ তীব্ৰ উত্তেজনাত ঢলি পৰিছিল।

কেছেনভাৰ নাৰী চৰিত্ৰৰ বিষয়ে সূক্ষ্ম জ্ঞান আছিল। ৰমণীৰ মনোবিজ্ঞান তেওঁ গভীৰভাৱে বিশ্লেষণ কৰিব পাৰিছিল। কেছেনভাই নাৰীজগতত আলোড়নৰ সৃষ্টি কৰিছিল নিজ দক্ষতাৰ সহায়ত। ইয়াত কোনো দস্যুবৃত্তি বা গোপন ষড়যন্ত্ৰ নিহিত নাছিল। যৌন আবেদনৰ

সম্পৰ্কত লিখা বিখ্যাত "অভিনৱ কামকলা" চৰ্চা কৰিছিল সে নাই কৰ নোৱাৰি। হেতুলক্ এলিচে কৰৰ দৰে, "নাৰীৰ মন-প্ৰাণ পাবলৈ পুৰুষৰ শিষ্টতা গুণতকৈয়ো বলিষ্ঠ দেহৰ অধিক প্ৰয়োজন। পুৰুষে নাৰীৰ ৰূপলাৱণ্য সুকোমল দৈহিক গঠনৰ প্ৰতি সদায় সচেতন থকা প্ৰয়োজন। নিজৰ তুষ্টিৰ কথাকে চিন্তা কৰা পুৰুষে ৰূপহী নাৰীৰ দেহ জয় কৰিব পাৰিলেও অন্তৰ জয় কৰিব নোৱাৰে।" কেছেনভাই যৌৱনৰ সুবাত জীৱনৰ সুৰ বিচাৰি পাইছিল। প্ৰমীলাক্ৰান্ত কেছেনভাই কৌতুক ভ্ৰমণত নাৰীৰ সুখৰ কামনা চৰিতাৰ্থ কৰিছিল— নাৰীৰ অন্তৰ জয় কৰি। যিবিলাক ৰূপহীয়ে তেওঁক ভাল পাইছিল তেওঁলোকে দেহ মন দি কেছেনভাক তৃপ্তি দিবলৈ চেষ্টা কৰিছিল। তেওঁৰ নিপুণ কাম-কলাত ৰমণী মোহিত হৈছিল।

কেছেনভাৰ স্মৃতিগ্ৰন্থ ৰচনাৰ সম্পৰ্কত মতান্তৰ নোহোৱা নহয়। অনেকৰ মতে কেছেনভা কোনো ব্যক্তি বিশেষৰ ছদ্মনাম। অশ্লীল সাহিত্য ৰচনা কৰি নিন্দাৰ পৰা হাত সাৰিবলৈ ছদ্মনাম গ্ৰহণ কৰিছিল কোনোবা চৰিত্ৰহীন কাপুৰুষ সাহিত্যিকে। অনেকে আকৌ কেছেনভাৰ প্ৰতিভাক ভূৰি ভূৰি প্ৰশংসা কৰিছে। তেওঁলোকৰ মতে কেছেনভাৰ স্মৃতিগ্ৰন্থ মানৱ জীৱনৰ বৃহত্তম জয় যাত্ৰা; বিশ্ব সাহিত্যৰ অমূল্য গ্ৰন্থ। বৰ্ণনাত অশ্লীলতা থাকিলেও ইয়াক প্ৰয়োজনীয় বুলিব পাৰি। ইয়াৰ সাহিত্য-মূল্য গ্ৰন্থখনিৰ অন্যতম বৈশিষ্ট্য। আদৰ্শ ৰূপায়ণত কেছেনভাৰ নিষ্ঠা আক যত্ন কোনেও দুই কৰিব নোৱাৰে। কেছেনভাৰ ভাষা মধুৰ, ব্যঞ্জনা মৰ্মস্পৰ্শী। অনেক ক্ষেত্ৰত সংলাপ লালিত্যপূৰ্ণ, যেই কোনো পঢ়ুৱৈ মুগ্ধ নহৈ নোৱাৰে। স্মৃতিগ্ৰন্থৰ ৰচনাৰ সম্পৰ্কে বিভিন্ন সমালোচকৰ ভিন্ ভিন্ আলোচনা পঢ়িবলৈ পোৱা যায়। কেছেনভা আছিল ইটালী দেশীয় লোক, কিন্তু তেওঁৰ স্মৃতিগ্ৰন্থসমূহ লিখা হৈছিল ফৰাচী ভাষাত। এইবোৰৰ প্ৰথম অনুবাদ প্ৰকাশ হয় জাৰ্মান দেশত কেছেনভাৰ মৃত্যুৰ পঁচিশ বছৰৰ পাছত। জাৰ্মানীৰ পৰাহে ফৰাচী ভাষালৈ গোপনে কেছেনভাৰ

স্মৃতিগ্ৰন্থসমূহ অনুবাদ কৰা হৈছিল বুলি কোনো কোনোৱে অভিমত দিছে। স্মৃতিগ্ৰন্থৰ মূল পাণ্ডুলিপিসমূহ কেছেনভাৰ মৃত্যুৰ বহুদিনৰ পাচত তেওঁৰ ভাগিন এজনে ব্ৰুক হাউছ (Brook house) নামৰ পুথি ব্যৱসায়ী প্ৰতিষ্ঠানক বিক্ৰী কৰে। এই প্ৰতিষ্ঠানে অনেক বাধা-বিঘিনি, দুৰ্য্যোগ অতিক্ৰম কৰি পাণ্ডুলিপিসমূহ ফ্ৰেছভেনৰ জুলে লাফৰ্গ নামৰ শিক্ষাবিদ এগৰাকীৰ দ্বাৰা সজাই-মেলি ছপাৰ উপযুক্ত কৰি উলিয়ায়। এইখনেই প্ৰথম ছপা হোৱা কেছেনভাৰ মূল ফৰাচী ভাষাৰ "মেময়্যৰচ্" বা স্মৃতিগ্ৰন্থ।

কেছেনভাৰ স্মৃতিগ্ৰন্থৰ মূল পাণ্ডুলিপি ব্ৰুক হাউছ প্ৰতিষ্ঠানে এবছৰতকৈয়ো অধিক সময় সযত্নেৰে ৰক্ষা নকৰাহেঁতেন ইয়াৰ কোনো চিন মোকাম বিশ্বসাহিত্যত বিচাৰি উলিয়াৰ পৰা অসম্ভৱ হ'লহেঁতেন। লেপজিগত হোৱা ইংৰাজৰ বোমাবৰ্ষণতো এই পাণ্ডুলিপি যত্ন আৰু সংৰক্ষণৰ বাবে ধ্বংসৰ মুখত নপৰিল।

ইংৰাজ ভাষাত পুথিৰ আকাৰত এই গ্ৰন্থ প্ৰকাশ পাইছিল ১৮৬৩ চনত। ব্ৰুকউইক্ নামৰ প্ৰতিষ্ঠান এটাই ছয় খণ্ডৰ অসমাপ্ত সংস্কৰণ এটা ইংৰাজী ভাষাত ছপা কৰি উলিয়াই এক বিৰাট অভাৱ দূৰ কৰে। প্ৰকাশ হোৱাৰ লগে লগে এই পুথি শেষ হৈ যোৱাত ইয়াৰ চাহিদা বাঢ়িবলৈ ধৰিলে। ইয়াৰ প্ৰায় ত্ৰিশ বছৰ পাচত Laforgue ৰ ফৰাচী সংস্কৰণখন Arthur Marchen নামৰ পণ্ডিত এজনে ইংৰাজীলৈ অনুবাদ কৰি উলিয়ায়। পাচত আৰ্থাৰ চাইমনচৰ দ্বাৰা উদ্ধাৰ কৰা পাণ্ডুলিপিখিনি সম্পাদনা কৰি নতুন সংস্কৰণ এটা ছপা কৰি উলিওৱা হয়। ১৮৮২ৰ পৰা ১৮৮৮ চনৰ সময়ছোৱাত ইটালীয় ভাষাত কেছেনভাৰ স্মৃতিগ্ৰন্থ ১৪ টা খণ্ডত প্ৰকাশ হ'ল। জাৰ্মানসকলে ১৯০৭-১৯১৩ চনৰ ভিতৰত এই গ্ৰন্থ ১৫ টা খণ্ডত সম্পূৰ্ণ কৰি ছপাই উলিয়ায়। এই সংস্কৰণ অতি উচ্চ খাপৰ আছিল। ইয়াৰ সম্পাদনা অপূৰ্ব সুন্দৰ হৈছিল। অলপ দিনৰ ভিতৰতে ২৫ হাজাৰ ছপা পুথি শেষ হৈ যোৱাত পুনৰ ছপা কৰিব লগা হৈছিল।

১৯২৪ চনত ১২টা খণ্ডত কেছেনভাৰ স্মৃতিগ্ৰন্থ ফৰাচী ভাষাত প্ৰকাশ হয়। এই সংস্কৰণ "লা চাইৰেণ" তাঙৰণ বুলি জনাজাত। ইয়াত মূল ৰচনাৰ বাহিৰেও জাৰ্মানী, অষ্ট্ৰিয়া, ভেনিচ, ইটালী, ফৰাচী আৰু বৃটেইনৰ পণ্ডিতসকলে কেছেনভাৰ সম্পৰ্কত চলোৱা গৱেষণা-মূলক আলোচনাৰ সাৰাংশ সন্নিবিষ্ট কৰা হৈছিল। এই তাঙৰণ বিশ্বাসযোগ্য বুলি পণ্ডিতসকলে কৈছে। স্মৃতিগ্ৰন্থত উল্লেখ থকা স্থান, সময়, কাৰ্য্যাৱলীৰ সত্যতাৰ বিষয়ে ইয়াত বিতং আলোচনা কৰা হৈছে। 'লা চাইৰেণ' তাঙৰণে বহুতো বিস্ময়পূৰ্ণ তথ্য উদঘাটন কৰিলে। বহুত ঘটনাৰ সত্যতা-অসত্যতা প্ৰমাণ কৰিলে। বহুতো ক্ষেত্ৰত কেছেনভাই উল্লেখ কৰা ঘটনাৰ বা পৰিস্থিতিৰ তাৰিখৰ কোনো প্ৰমাণ নাছিল। ঘটনাৰ বহুত দিনৰ পাচত স্মৃতিশক্তিৰ আঁচলত ধৰি কেছেনভাই স্মৃতিগ্ৰন্থ লিখোঁতে তাৰিখৰ খেলিমেলি লগাইছিল বুলি সমালোচকসকলে অভিমত দিছিল। অনেক ঘটনাৰ লগত কেছেনভা নিজে জড়িত আছিল আৰু এইবোৰ বৰ্ণনা কৰোঁতে নিজৰ দুৰ্বলতা ঢাকিবলৈ তেওঁ অদ্ভুত চিত্ৰ অংকণ কৰিছিল। কেলেঙ্কাৰী জীৱনৰ বহুতো নাক কোঁচ খাই যোৱা ঘটনা কেছেনভাই নিজৰ জীৱন চৰিতৰ পৰা আঁতৰত ৰাখিছে বুলি অনেক সমালোচকে কৰ যোৰে। পুলিচৰ লগত কৰা অসৎ ব্যৱহাৰ, পঞ্চাশ বছৰ বয়সত ভেনিচ চহৰত জীৱিকাৰ পথৰূপে পুলিচৰ গুপ্তচৰ কামত যোগদান কেছেনভাই স্মৃতিগ্ৰন্থত উল্লেখ নকৰিলে।

১৯৪০ চনত ইংৰাজী ভাষাত টিপ্পনীসহ "মেময়ৰচ" প্ৰকাশ পায়। 'লিমিটেড এডিচন ক্লাব' নামৰ পুথি প্ৰকাশন অনুষ্ঠান এটাই লা চাইৰেণ তাঙৰণৰ ফৰাচী ভাষাৰ টীকাসমূহ ইংৰাজীলৈ অনুবাদ কৰায়। আৰ্থাৰ মেকেন নামৰ ভাষাবিদ এজনে এই কাম বহু কষ্টেৰে সমাধা কৰে। এই ভাষাবিদজনেই প্ৰায় ৫০ বছৰৰ আগেয়ে ফৰাচী ভাষাৰ পৰা ইংৰাজীলৈ কেছেনভাৰ মেময়ৰচ অনুবাদ কৰিছিল। সেই অনুবাদ সংস্কৰণৰ এডিচন পুনৰ সম্পাদন কৰি অসম্পূৰ্ণ টিপ্পনী-

সমূহ সন্নিবিষ্ট কৰি নতুন ৰূপত ছপাবৰ ব্যৱস্থা কৰা হ'ল। "পুটনাম" প্ৰকাশনে যেকেন সংস্কৰণ ছপা কৰি উলিয়ায়। এইখন কেছেনভা স্মৃতিগ্ৰন্থৰ জনপ্ৰিয় তাণ্ডৱণ বুলি কব পাৰি। কেছেনভাৰ জয়যাত্ৰা ইংলণ্ড, ফ্ৰান্স, চুইজাৰলেণ্ড, জাৰ্মানী, ইটালী, ৰুচিয়া, হলেণ্ড আদি বিভিন্ন দেশলৈ সম্প্ৰসাৰিত হৈছিল। ফৰাচী দেশত "কেছেনভা সংঘ (Casanova Society) স্থাপন হবৰ প্ৰায় ৩০ বছৰ হ'ল। কেছেনভাৰ স্মৃতিগ্ৰন্থৰ বাহিৰে অপ্ৰকাশিত লিখনিসমূহ সংগ্ৰহ কৰি ছপা কৰাই এই সংঘৰ প্ৰধান উদ্দেশ্য। আঠখন গ্ৰন্থ ইতিমধ্যে এই সংঘই ছপাই উলিয়াইছে। গাইএন্‌ডোৰে লিখা "কেছেনভা, হিজ নউন এণ্ড আননউন লাইফ" ইংৰাজী ভাষাত লিখা এখন বিশ্বাসযোগ্য গ্ৰন্থ। ১৯২৯ চনত মাৰ্কিন দেশত এই পুথি প্ৰথমে প্ৰকাশ হয়। লগে লগে কেছেনভাৰ বিষয়ে জানিবলৈ মানুহৰ আগ্ৰহ জন্মে। কেছেনভাৰ স্মৃতিগ্ৰন্থসমূহত থকা বিভিন্ন চৰিত্ৰ, উপন্যাস, গল্প, কবিতা, ব্যঙ্গচিত্ৰ, কৌতুক আলোচনা, ভ্ৰমণ-কাহিনী ভিন ভিন লিখকৰ ৰচনাৱলীত বিভিন্ন সময়ত প্ৰকাশ পাইছিল। যেকোৱে, ৰিচাৰ্ড এলডিংটন আদিয়ে কেছেনভাৰ ছাঁ লৈ অনেক মনোগ্ৰাহী প্ৰবন্ধ লিখি গৈছে। জে. ৰিভেছচাইল্ডছ (J. Riveschilds) নামৰ মাৰ্কিন কূটনৈতিক এজনে কেছেনভাৰ ওপৰত এখন সুগভীৰ গ্ৰন্থ লিখি উলিয়ায়। এইখনেও বিশেষ সমাদৰ লাভ কৰে। ইয়াত কেছেনভা সম্পৰ্কত ওলোৱা গ্ৰন্থসমূহৰ এখন বিস্তৃত গ্ৰন্থসূচী সন্নিবিষ্ট কৰা হৈছিল।

ষ্টিফেন জুইগে তেওঁৰ মূল্যবান গ্ৰন্থ Adepts in self portraitureত কেছেনভাৰ বিষয়ে আলোচনা কৰিছে:—"কেছেনভাই নিজৰ জীৱন গৌৰৱণীত দক্ষভাৱে আত্মপ্ৰকাশ কৰিছে। স্মৃতিকথা কেছেনভাৰ শ্ৰেষ্ঠ প্ৰণয় লিখনি। ভাৱনা-চিন্তা, কামনা-বাসনা সকলো একত্ৰ কৰি এই গ্ৰন্থ কেছেনভাই ৰচনা কৰি গৈছে। জীৱনৰ কথা বৰ্ণনা কৰা সাহিত্যৰ নিজস্ব ধৰ্ম। বিজ্ঞানৰ কোনো

সুদক্ষ পণ্ডিতে, সাহিত্য-জগতৰ কোনো লব্ধপ্ৰতিষ্ঠ লিখকে কেছেন-ভাৰ জীৱন-প্ৰতিভা ইমান মনোগ্ৰাহীকৈ লেখিব নোৱাৰিলেহেঁতেন। কেছেনভাই নিজৰ জীৱনৰ গল্পক শ্ৰেষ্ঠ সাহিত্যৰূপে সৃষ্টি কৰি গৈছে। নিজৰ ভাষাত কেছেনভা জীৱন্ত হৈ উঠিছে।"

জনপ্ৰিয়তা অৰ্জন কৰা কেছেনভাই প্ৰমাণ কৰিলে, বিশ্ব-সাহিত্যত প্ৰাতঃস্মৰণীয় হ'বলৈ স্বৰ্গীয় প্ৰতিভা লৈ জন্ম গ্ৰহণ কৰিবৰ প্ৰয়োজন নাই। প্ৰয়োজন নাই আদৰ্শৰ, দৃষ্টান্তস্বৰূপ নীতিৰ, আৰু উচ্চ মানসিক প্ৰবৃত্তিৰ দুৰ্লভ স্থিতপ্ৰজ্ঞ চৰিত্ৰৰ। কেছেনভাই প্ৰমাণ কৰিলে—বিশ্ব-সাহিত্যত বিস্ময়পূৰ্ণ গল্প লিখিবলৈ লব্ধপ্ৰতিষ্ঠ গল্পকাৰ হোৱাৰ প্ৰয়োজন নাই। সময়ৰ নিখুঁত চিত্ৰ বৰ্ণনা কৰিবলৈ বুৰঞ্জীবিদ হ'ব নালাগে। জীৱন্ত ৰচনা অংকণ কৰোঁতে, বিপুল বিচিত্ৰ মানৱ চৰিত্ৰ বৰ্ণনা কৰোঁতে সত্য উদ্‌ঘাটনৰ প্ৰয়োজন আটাইতকৈ বেছি। ভাষাৰ লালিত্য, লিখাৰ বলিষ্ঠ ভংগিমা, সাহিত্যৰ জটিল সমস্যা সকলো সময়ৰ আপেক্ষিক।

নীতিৰ বিবাদ আৰু বিবেচনাৰ ধুমুহাই কেছেনভাৰ প্ৰতিভা দুগুণে বঢ়াইছে যুগ-যুগান্তৰ ধৰি।

# লেডী চাটাৰ্লিজ লাভাৰ

কুৰি শতিকাৰ ইংৰাজী সাহিত্যত বিস্ময়ৰ সূচনা কৰা ডি, এইচ, লৰেঞ্চ এজন বিবদমান সাহিত্যিক। দ্বিতীয় মহাসমৰৰ পাচত হে তেওঁ অতি প্ৰতিভাসম্পন্ন লেখকস্বৰূপে বিশ্ব-সাহিত্যত স্থান পাইছে। সমসাময়িক কোনো ইংৰাজ লেখকে লৰেঞ্চৰ সমান জনপ্ৰিয়তা অৰ্জন কৰিব পৰা নাই। কবি আৰু ঔপন্যাসিকৰূপে তেওঁৰ সমকক্ষ বোধকৰোঁ কোনো নাছিল। উপন্যাসত অনুভূতি আৰু বোধগম্যৰ প্ৰয়োজন বেছি। লৰেঞ্চে জীৱনৰ সূক্ষ্ম অনুভূতিসমূহ বলিষ্ঠ ভাষাৰে প্ৰকাশ কৰি মানৱৰ অন্তৰস্থল স্পৰ্শ কৰিবলৈ সক্ষম হৈছিল।

লৰেঞ্চৰ লিখনিত ভৱিষ্যতবাণী সোমাই আছিল। তেওঁৰ উপন্যাস পঢ়িলে পঢ়ুৱৈ এজনে ক্ষন্তেকীয়া তৃপ্তিৰ পৰিবৰ্তে জীৱনৰ সূক্ষ্ম অনুভূতিসমূহ বিচাৰি পাব; মানৱ মনৰ অবিকল দাপোন স্বৰূপে নিজৰ ব্যক্তিত্বৰ লগত পৰিচয় দিবলৈ সক্ষম হ'ব।

অধ্যাপক পিণ্টুৰ মতে লৰেঞ্চৰ কবিতা আৰু গদ্যৰচনাসমূহত লেংলেণ্ড, মো'ৰ, লেটিমাৰ বুনিয়ন, ব্লেক, ৰাস্কিন, মৰিচ আদি প্ৰখ্যাত ইংৰাজ লেখকসকলৰ প্ৰভাৱ দেখিবলৈ পোৱা যায়। ইংৰাজসকলৰ অপূৰ্ব জীৱনগাথা, ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ লৰেঞ্চে তেওঁৰ ৰচনাৱলীত দাঙি ধৰিছে। জেইন আষ্টিন, জৰ্জ ইলিয়ট, হেনৰী জেমচ, জোচেফ কনৰাড, আদিৰ দৰে ইংৰাজ-

সকলৰ ঐতিহাসিক পৰম্পৰা লৰেঞ্চৰ উপন্যাসত সহজেই বিচাৰি পাব পাৰি।

জীৱিতকালত লৰেঞ্চৰ প্ৰতিভাই বিকাশ হ'বলৈ সুযোগ নাপালে। গেলচৱৰ্দিৰ বিৰাট জনপ্ৰিয়তাই লৰেঞ্চৰ যশস্যা ম্লান কৰিলে। অকল নিজস্ব প্ৰতিভাই এজন লেখকক সাহিত্য-জগতত সুনাম অৰ্জন কৰাৰ পথ সুচল নকৰে। সময়, সুবিধা অনুকূল পৰিস্থিতিৰ দ্বাৰা প্ৰতিভাপন্ন লেখকে যশস্যা লাভ কৰিবলৈ সহজে সক্ষম হয়। লৰেঞ্চৰ লিখাৰ আৰ্হিয়ে ৰক্ষণশীল ইংৰাজ সমাজত এক ত্ৰাসৰ সঞ্চাৰ কৰিছিল। ৰক্ষণশীল সমাজটোৱে যাতে মূৰ তুলিব নোৱাৰে তাৰ বাবে লৰেঞ্চে সকলো ব্যৱস্থা হাতত লৈছিল। প্ৰথম মহাসমৰৰ সময়ত লৰেঞ্চক "গুপ্তচৰ" ৰূপে সন্দেহ কৰি তেওঁৰ উপন্যাসক নিষিদ্ধ ৰচনাৱলী বুলি গণ্য কৰা হৈছিল।

এজন সমালোচকে "ডেইলি নিউজ" নামৰ কাকতত লিখিছিল, "লেখকস্বৰূপে লৰেঞ্চৰ আত্মবিশ্বাস নিচেই কম আছিল! সাহিত্য-জগতৰ প্ৰতি তেওঁৰ বিৰূপ মনোভাৱে তেওঁৰ মানসিক অধঃপতন ঘটাত সহায় কৰিছিল।" লৰেঞ্চৰ ডেকা বয়সৰ বন্ধু যেচী চেম্বাৰচে কিছুমান ৰচনাৱলী সেই সময়ৰ বিখ্যাত আলোচনী "ডি ইংলিচ ৰিভিউ"ত ছপা কৰিবৰ বাবে অনেক চেষ্টা চলায়। এই আলোচনীৰ সম্পাদক F. M. Huetter-য়ে অনেক বাক্-বিতণ্ডাৰ পাচত লৰেঞ্চৰ কেইটামান কবিতা আৰু এটা চুটি গল্প ইংলিচ ৰিভিউত ছপাবলৈ মান্তি হ'ল। আলোচনীত এই কেইটা প্ৰকাশ হোৱাৰ বাবে লৰেঞ্চৰ সমাদৰ বৃদ্ধি পাবলৈ ধৰিলে। ইয়াৰ পাচতে "উইলিয়াম হেনিমান" নামৰ বিখ্যাত প্ৰকাশন প্ৰতিষ্ঠান এটাই লৰেঞ্চৰ "The white peacock" (১৯১১) নামৰ উপন্যাস এখন ছপা কৰি উলিয়ায়। এইখন পুথি লৰেঞ্চে কুৰি বছৰ বয়সত লেখি উলিয়াইছিল আৰু ছপা হোৱা এইখনেই তেওঁৰ প্ৰথম উপন্যাস পুথি বুলি কব পাৰি। এইখনে সমাদৰ লাভ কৰিবলৈ সৰহ সময় নালাগিল।

লৰেঞ্চৰ খ্যাতি বৃদ্ধি পোৱাত তেওঁ দ্বিতীয় উপন্যাস "The Trespasser" লিখি উলিয়ায় (১৯১২)। Huetterৰে এইখন পুথিৰ বিষয়ে কৈছিল :

"The book is a rotton work of genious. It has no construction or form, it is execrably lead art, being all variations on a theme. Also it is erotic not that I personally mind that, but an erotic work must be good art, which this is not."

লৰেঞ্চৰ জনপ্ৰিয়তা সমূলে নিৰ্মূল কৰিব বুলি হুটাবে সন্দেহ কৰিছিল। চাৰিওফালৰ পৰা হতাশা, ব্যৰ্থতা, তিৰস্কাৰ, ভৰ্ৎসনা ( Because it is erotic ) কৰ্কৰ্থনাই লৰেঞ্চৰ উৎসাহ-উদ্দীপনাত চেঁচাপানী ঢালিলে। ছপাকাৰ্য্য বন্ধ কৰিবলৈ কোৱা হ'ল।

এনে এটা দুৰ্যোগৰ সম্মুখীন হৈয়ো লৰেঞ্চে হাতৰ পৰা কলম নেৰিলে। তেওঁৰ চলন-ফুৰণত চোকা দৃষ্টি ৰাখিবলৈ চোৰাংচোৱা নিয়োগ কৰা হ'ল। বুদ্ধিজীৱি পঢ়ুৱৈ সমাজৰ তাকৰ সংখ্যাৰ দল এটাই লৰেঞ্চক উৎসাহ যোগাইছিল। তেওঁলোকেই সম্ভৱতঃ লৰেঞ্চৰ প্ৰতিভাক সজীৱ কৰি ৰাখিলে। সাহিত্য-জগতত লৰেঞ্চৰ বিষয়ে বাজহুৱা প্ৰশংসা দিবলৈ কাৰো সাহস নাছিল। লৰেঞ্চক কটুভাৱে সমালোচনা কৰাই সকলোৰে কামনা কৰিছিল। ১৯৩০ চনত যেতিয়া লৰেঞ্চৰ মৃত্যু হ'ল তেতিয়া তেওঁৰ কবৰত ফুলৰ মালা দিবলৈ জনতা আগবাঢ়ি নাহিল। দ্বেষ, কৰ্কৰ্থনা, বিদ্বেষ, ভৰ্ৎসনাই লৰেঞ্চৰ মৃত্যুক বিষাক্ত কৰি তুলিলে। লৰেঞ্চৰ মুষ্টিমেয় বন্ধুসকলে এই অপবাদত অৱশ্যে পৰাজয় স্বীকাৰ কৰা নাছিল। ৰিচাৰ্ড এলডিংটন, কেথেৰিণ কাৰচ্ৱেল মাৰী আৰু লেডী আটোলাইন ম'ৰেল আদি নবীন সাহিত্যিকসকল আগবাঢ়ি ওলাই আহিল লৰেঞ্চৰ অপযশ লাঘৱ কৰিবলৈ। "ব্লুমচবাৰীৰ" সমালোচকৰ কটু সমালোচনাক প্ৰকাশ্যভাৱে তিৰস্কাৰ কৰিবলৈ আগবাঢ়ি আহিল

বেবেকাবেষ্ট, ই. এম. ফৰ্ষ্টাৰ। তেওঁলোকে প্ৰচাৰ কৰিলে "ইংৰাজী সাহিত্যত সৃজনমূলক উপন্যাস ৰচয়িতা লৰেন্সৰ প্ৰতিভা অপৰাজেয়। বিশ্ববৰণীয় লেখকস্বৰূপে তেওঁৰ গৌৰৱ অতুলনীয়।"

দ্বিতীয় মহাসমৰ আৰম্ভ হোৱাত ইংলণ্ডলৈ একেলগে বহুতো বিপদ আহিল। একালে ৰাজনৈতিক অস্থিৰতা আনকালে অৰ্থনৈতিক দুৰৱস্থাই ইংলণ্ডক জুকলা কৰিলে। সাহিত্যচৰ্চাৰ প্ৰতি মানুহে মন-কাণ এৰি অৰ্থনৈতিক সমস্যাৰ বিষয়ে চিন্তা-ভাৱনা কৰিবলৈ বাধ্য হ'ল। ইতিমধ্যে প্ৰকাশ হোৱা লৰেন্সৰ পুথি কেইখনে সমাদৰ লাভ নকৰাত প্ৰকাশকে নতুন পুথিৰ ছপা কাম বন্ধ কৰি যুদ্ধকালিন সাহিত্যলৈ চকু দিলে। দেশপ্ৰেমমূলক ৰচনাৱলীয়ে ৰোমাণ্টিক উপন্যাসৰ চাহিদা হ্ৰাস কৰিলে।

২য় মহাসমৰ অন্ত হোৱাৰ পাচত জনসাধাৰণে আকৌ সাহিত্য-চৰ্চাত মনোনিবেশ কৰিলে। লগে লগে লৰেন্সৰ প্ৰতি লোক-সমাজে আদৰৰ চকুৰে চাবলৈ ধৰিলে। ইংলণ্ড, ইউৰোপ, এচিয়াৰ বিভিন্ন দেশত লৰেন্সে লিখা উপন্যাসে পঢ়ুৱৈ সমাজৰ মন আকৃষ্ট কৰিবলৈ সৰহ সময় নালাগিল। "The Achievement of D. H. Lowrence" নামৰ পুথিখন ফ্ৰেডাৰিক হফ্‌মেন আৰু হেৰি. টি. মুৰ নামৰ দুজন সমালোচকে সম্পাদন কৰি উলিয়াই লৰেন্সৰ বহুল প্ৰতিভাৰ পৰিচয় ৰাইজৰ আগত দাঙি ধৰে। এই সমালোচনা প্ৰধান পুথিখনিয়ে লৰেন্সক ইংৰাজী সাহিত্যত উচ্চস্থান দিবলৈ বহু পৰিমাণে সক্ষম হৈছিল বুলি কব পাৰি। ইয়াৰ বাহিৰেও হাক্স্‌লি, চিপ্‌বিড্‌ আণ্ডচেট, ফাদাৰ উইলিয়াম টিভাৰ্চন, এডমাণ্ড উইলচন, টি. এছ. ইলিয়ট প্ৰভৃতি লেখকসকলে লৰেন্সৰ বিষয়ে বিতং আলোচনা কৰি লৰেন্সৰ সাহিত্যপ্ৰতিভা জাউতিযুগীয়া কৰিলে। সেই সময়ৰ পৰা অলেখ প্ৰবন্ধ, আলোচনা প্ৰকাশ পাই আহিছে আৰু লৰেন্সৰ সাহিত্যই জনপ্ৰিয়তা অৰ্জন কৰিবলৈ সুবিধা পাইছে।

লৰেন্সৰ প্ৰধান ৰচনাৰ ভিতৰত "লেডী চাটাৰ্লিজ লাভাৰ"

(১৯২৮ চন) অন্যতম। ইয়াৰ পটভূমি ইংলণ্ডৰ উদ্যোগপ্ৰধান অঞ্চল। আগতে লিখা "ডি ৰেইনবো" আৰু "উইমেন ইন্ লভ"ৰ দৰে ইয়াতো প্ৰেম মুখ্য বিষয়বস্তু। কিন্তু "ৰেইনবো", "উইমেন ইন লভ", "ডি প্লাম্ড চাৰপেণ্ট" আদি আগবয়সত লিখা বাবে ইয়াত অনুভূতিৰ প্ৰাধান্য বেছি। এই কেইখন উপন্যাসত প্ৰকৃতপক্ষে পুৰুষ আৰু নাৰীৰ জীৱন-যুদ্ধৰ বৃত্তান্ত থুপখাই আছে। লেডী চাটাৰ্লিজ লাভাৰত জীৱনযুদ্ধৰ অৱসান ঘটাই দৈহিক মিলনৰ মধুৰ সম্বন্ধ স্থাপন কৰা হৈছে। লৰেন্সে গভীৰ অনুভূতিৰে পুৰুষ-নাৰীৰ হৃদয় স্পৰ্শ কৰি যৌন সংবেদনাৰে দুখ-কষ্ট, ক্লেশ, বিষাদ লাঘৱ কৰিছে। লেডী চাটাৰ্লিজ লাভাৰ লৰেন্সৰ কাল্পনিক জগতৰ আত্মপ্ৰকাশ। অনেক বিবদমান আলোচনাৰ মাজেদি লৰেন্সৰ প্ৰতিমূৰ্তি মূল চৰিত্ৰত ৰূপায়িত হৈছে।

অনেক সমালোচকে ভাবে যে যৌন আবেদনত প্ৰণয়জনিত কাৰ্য্য নিহিত থাকিলে উপন্যাসত ইয়াক অতি সাৱধানেৰে এৰাই যাব লাগে। যৌন আবেদনৰ কদৰ্য্য বৰ্ণনাই সাহিত্যৰ মূল্য হ্ৰাস কৰাৰ সুবিধা যাতে পাব নোৱাৰে তাৰ বাবে যত্নপৰ হব পৰাটো অতি সুৰুচিৰ পৰিচায়ক। লৰেন্সে "যৌন আবেদনৰ" বৰ্ণনাত কোনো নিষেধাজ্ঞা গণ্য নকৰিলে। ইংৰাজী উপন্যাসক শোৱনী ঘৰৰ শুভ্ৰ, নিমজ, আৰামদায়ক শয্যাৰ পৰা যেন লৰেন্সে গটিয়াই বনভূমিলৈ খেদি পঠিয়ালে। 'লেডী চাটাৰ্লিজ লাভাৰ' সেই বাবে মুকলি পটভূমিৰ ওপৰত লিখা প্ৰণয়মধুৰ উপন্যাস। "লৰেন্সৰ নিজৰ ঠাই কিডলেণ্ডৰ বিত্তোপন দৃশ্যাৱলী বসন্তৰ বা-লাগি জীৱন্ত হৈ উঠিছে, বনৰীয়া ফুল-ফলেৰে জাতিকাৰ হৈ পৰিছে। শস্য-শ্যামলা তৃণভূমি, দূৰৈত থকা গীৰ্জাৰ সুমধুৰ ঘণ্টাধ্বনি, মিল, কল-কাৰখানাৰ উচ্চ চুঙাৰ পৰা ওলোৱা অন্তহীন ধোঁৱাৰ সোঁত, গ্ৰাম্য অঞ্চলৰ অকৃত্ৰিম চৰিত্ৰাৱলী, কথোপকথন লৰেন্সৰ বৰ্ণনাত হেজাৰ গীতেৰে প্ৰতিধ্বনিত হৈছে।"

জীৱনৰ পূৰঠ বয়সত পৈনত বিচাৰ-বুদ্ধিৰে লৰেন্সে লিখিছিল,

"লেডী চাটার্লিজ লাভার"……। মৃত্যুর দুবছরর আগরে পরা নিবরতার মাজেদি এই উপন্যাসখনি লিখি উলিয়াবর বাবে তেওঁ সাধনা চলাইছিল। এনে এখন উপন্যাস লিখিবলৈ 'হেজার বীরর সাহস' লবেকে ক'ত পাইছিল কোৱা সম্ভৱ নহয়। নিজর ওপরত গভীর আস্থা নাথাকিলে, দৃঢ়মনোবল নহলে, অদম্য উৎসাহ নাপালে এনে এখন উপন্যাস লিখা যে অসম্ভৱ তাক ন'দি কব পারি। ইংলণ্ডর রজাঘরে ভৎসনা করিলে, প্ৰজাঘরে তিরস্কার করিলে। কোনো ইংরাজী বা মার্কিন প্রকাশকে অর্থদণ্ডর ভয়ত লেডী চাটার্লিজ লাভার প্রকাশ করিবলৈ মান্তি নহ'ল। লবেন্সর মৃত্যুর পাচত আপত্তিজনক অংশ বাদ দি এটা সংস্করণ প্রকাশ করা হ'ল। কিন্তু দেশ-দেশান্তরত ইয়ার মূলগ্রন্থর চোরাং ব্যৱসায় চলিল পূর্ণ উদ্যমেরে। তিনিটা পাণ্ডুলিপির শেষরটো লবেন্সে নিজেই ছপাই গৈছিল ১৯২৮ চনত, অনেক কথা ইফাল সিফাল করি। তেতিয়ার পরাই ই পৃথিবী-ব্যাপী দুর্নাম লাভ করি আহিছে অশ্লীল রচনাস্বৰূপে। মানুহর অন্তরত কন্তনদীর দরে লুকাই থকা যৌন কামনার গভীর রহস্য উদ্‌ঘাটন করোঁতে লবেন্সর ভাবভাষাত কেতিয়াবা মরমেরে উপচি গৈছে, কেতিয়াবা ব্যর্থতাত, বেদনা, হতাশা হাঁহাকাবেরে করুণ সংগীত ধ্বনিত হৈছে। কেতিয়াবা আকৌ খেদ, তিক্ততা, গ্লানি, তিরস্কার, পরাজয়র বিষময় জ্বালাত লেডী চাটার্লিজ লাভার কঠুরা ভাবারে নিরস হৈ পরিছে। প্রেমর কাহিনী এটার অৱলম্বনত লবেন্সে নিজর মনর ভাব ব্যক্ত করিছে অনুভূতি উবুৰিয়াই দি। ইয়ার বাবে তেওঁ বাছি লৈছে এহাল প্রেমিক-প্রেমিকা, মেলরচ আৰু কণি। দুয়োরে সাংসারিক জীৱন মর্মান্তিক বেদনারে ভরপূর। সংগলাভর তীব্র কামনাত দুয়ো দুয়োকে যেন বিচারি পাইছিল। মাজত থকা মরম দুকার নৈখনে দুয়োকে যেন একেলগ করিলে, দুয়ো গীত রচিলে প্রেমর অভিযান জয়যুক্ত করিবলৈ। আকাশর বত জিলিকি উঠিছিল প্রেমিক-প্রেমিকার প্রেমর জয়যাত্রাত।

কণবীড্। আনন্দমুখৰ পৰিস্থিতিত ডাঙৰ-দীঘল হোৱা এক বহেমিয়ান পৰিয়ালৰ আদৰৰ কন্যা। পিতাক চাৰ মেলকমৰ চলন-ফুৰণত, কথা-বতৰাত আভিজাত্যৰ পূৰ্ণ প্ৰকাশ। পৰমাসুন্দৰী পূৰ্ণ-যৌৱনা প্ৰিয়ভাষিণী কণিৰ ৰূপ-লাৱণ্যত জাৰ্মান ডেকাসকল চঞ্চল হৈ উঠিছিল। বিৰহৰ বেদনা লাঘৱ কৰিবলৈ এওঁলোকে এই অসামান্যা সুন্দৰী যুৱতীৰ সান্নিধ্য কামনা কৰিছিল দেহে-প্ৰাণে। তেওঁলোকৰ চকুত কণবীডৰ হাস্যমুখীৰূপে স্বপ্নৰ পাচত স্বপ্ন আঁকিছিল। অলপ দিনৰ ভিতৰতে শতদলৰ দৰে বহু সুশ্ৰী পুৰুষে কণিৰ সৌন্দৰ্য্য উপাসকস্বৰূপে স্বীকৃতি লাভ কৰিছিল। আশাৰ প্ৰতীক্ষাত ৰূপবান অনেক জাৰ্মান যুৱকে কণিক মনৰ অভিলাষ ব্যক্ত কৰিছিল। কিন্তু কণিয়ে নিৰ্বাচন কৰিছিল ক্লিফোৰ্ড চাটাৰ্লিক—ৰূপে-গুণে অতুলনীয়, বিৰাট খনিৰ মালিক, ধন-সম্পত্তিৰ একমাত্ৰ গৰাকী। বিবাহিত জীৱনৰ মধুৰ দিনবোৰ শেষ নহওঁতেই ক্লিফোৰ্ডে সৈন্যবাহিনীৰ কামত যুদ্ধক্ষেত্ৰলৈ যাব লগাত পৰিল। কি কৰুণ সেই দিনটো, ক্লিফোৰ্ডে কণিক বুকুত সাৱটি কান্দি কান্দি বিদায় লৈছিল। নিয়তিৰ পৰিহাস, কিমান মৰ্মান্তিক হব পাৰে! যুদ্ধক্ষেত্ৰত ক্লিফোৰ্ডে আঘাতপ্ৰাপ্ত হৈ পংগু হ'ল, পুৰুষৰ হেৰুৱাই ঘৰলৈ বহুত বেদনা, বহুত হতাশা লৈ উভতি আহিল। কণিয়ে স্বামীৰ সান্নিধ্যত পুনৰ আনন্দৰ অশ্ৰু টুকিলে—কিন্তু পংগু অৱস্থা দেখি কান্দি পেলালে। কি নিদাৰুণ দৃশ্য! কণি বেজাৰত যেন মৰি যাব। কিন্তু প্ৰকাশ্যে স্বামীৰ আগত নিজৰ বেজাৰ ব্যক্ত নকৰি দ্বিগুণ উৎসাহেৰে ক্লিফোৰ্ডৰ সুখ-দুখৰ ভাগ ললে।

ক্লিফোৰ্ডৰ ধনবিত্তৰ অভাৱ নাই। খনিৰ ব্যৱসায়ে তেওঁৰ অৱস্থা দিনক দিনে নদন-বদন কৰি তুলিছিল। আভিজাত্য ৰক্ষা কৰিবলৈ ক্লিফোৰ্ডৰ অভাৱ কোনো দিনেই কণিয়ে বিবাহিত জীৱনত দেখা নাছিল। গ্ৰন্থ ৰচনা কৰি খ্যাতি অৰ্জন কৰিবলৈ ক্লিফোৰ্ডে মনে-প্ৰাণে কামনা কৰিছিল। সাহিত্য ৰচনা কৰাত অনুভূতিৰ প্ৰয়োজন।

মানৱীয় দৃষ্টিভংগীৰে সাহিত্য ৰসাল কৰিব পাৰি। ক্লিফোৰ্ডৰ সাহিত্যচৰ্চাত কিন্তু কৃত্ৰিমতা সোমাই আছিল। কণিৰ পিতাকে কবৰ দৰে, "ক্লিফোৰ্ডৰ তেজত সাহিত্য ৰচনাৰ সূত্ৰ ক'ত? শূন্যতাৰ পৰা বস বিচাৰি হাবাথুৰি খোৱাৰ বাহিৰে একো লাভ নাই। জীৱনৰ দৰ্পণৰূপে সাহিত্য ৰচনা কৰা শক্তি ক্লিফোৰ্ডে কেনেকৈ লাভ কৰিব? যাৰ মনত আভিজাত্যৰ দাম্ভিকতা সোমাই আছে, যাৰ দৃষ্টিত কয়লাখনিৰ আকাশ লংঘা ধোঁৱা মাত্ৰ জিলিকি আছে, তেনে লোকৰ পৰা সাহিত্য আশা কৰাটো আকাশত চাং পতা কথা।" ক্লিফোৰ্ডে অশেষ পৰিশ্ৰম কৰিও সাহিত্যিকৰূপে স্বীকৃতি লাভ কৰিব নোৱাৰিলে। নিন্দা-গ্লানিত তেওঁ বিদ্ৰোহী হৈ উঠিল, তোষামোদকাৰী-বোৰে যেন দূৰতে পলাই ফাট মাৰিলে। সাহিত্য ৰচনাত ক্লিফোৰ্ডে পৰাজয় বহন কৰিলে।

ক্লিফোৰ্ডে অন্তৰৰ গভীৰতম স্থানত অনেক দিনৰ পৰা এটি কামনা বহন কৰি আছিছিল। "সন্তান এটি নহলে ৰাগবী পৰিয়ালৰ অস্তিত্বই নাথাকিব। ক্লিফোৰ্ডৰ অবিহনে এই বিৰাট সম্পত্তিৰ অধিকাৰী কোন হ'ব? কোনে চাটাৰ্লিজ বংশৰ গৌৰৱ, আভিজাত্য ৰক্ষা কৰিব?" ক্লিফোৰ্ডে কণিৰ পূৰ্ণ যৌৱনৰ অফুৰন্ত প্ৰেমৰ প্ৰতিদান দিবলৈ যে অক্ষম! পংগু, পুৰুষত্বহীন ক্লিফোৰ্ড, সন্তানলাভ যে সপোনৰো অগোচৰ! নাৰী আৰু পুৰুষৰ পূৰ্ণ সৌন্দৰ্য্য দৈহিক মিলনৰ স্পৰ্শত প্ৰাণৱন্ত হৈ উঠে। যৌৱনকালত শূন্যতা ভোগ কৰাৰ দৰে মৰ্মান্তিক বেদনা থাকিব নোৱাৰে। যি এই শূন্যতা ভোগ কৰে তেওঁৰ দুখ অন্য কোনোৱে উপলব্ধি কৰিব নোৱাৰে। কণিৰ ইমান সুন্দৰ কল্পনাতীত ৰূপৰাশি ক্লিফোৰ্ডৰ দৰে পুৰুষত্বহীন স্বামীৰ ওচৰত অৱহেলাৰ বস্তু হৈ থাকিব? এইটো কি নিদাৰুণ যন্ত্ৰণা! কাপৰে ঘোৰ অমাবস্যা ভেদ কৰি জ্যোতিৰ্ময়ী হব খোজে, উজ্জ্বল হব খোজে।

ক্লিফোৰ্ড আৰু কণিৰ সংসাৰে লাহে লাহে জটিলতা ধাৰণ

কৰিলে। একালে পংগু ক্লিফোৰ্ড, আনকালে পূৰ্ণচন্দ্ৰৰ দৰে স্নিগ্ধ কণি···! ক্লিফোৰ্ডে নিজকে মহা অপৰাধী বুলি অনুভৱ কৰিবলৈ ধৰিলে! ক্লিফোৰ্ডৰ মানসিক দুৰ্বলতা, শাৰীৰিক অক্ষমতাত কণিৰ জীৱন নীৰস হবৰ উপক্ৰম ঘটিল। আহিল ক্লান্তি, অৱসাদ। আহাৰত ৰুচি নাই, চকুত নিদ্ৰা নাই, ধুনীয়া মুখখনি কিবা এটা চিন্তাত যেন সদায় নিমগ্ন···সংগীহীনা হৈ থকা যন্ত্ৰণা কাৰো আগত ব্যক্ত কৰা সম্ভৱ নহয়। ত্ৰিভুৱনৰ সকলো তন্ন তন্ন কৰি যেন—ভালপোৱা এজনক কণিয়ে বিচাৰি উলিয়াব। প্ৰেমৰ বাবেই সত্য, মিছা সংসাৰ পাতি কামনাৰ দাবানলত জ্বলি পুৰি থকাটো জীৱনৰ সত্যৰূপ হব নোৱাৰে। মিছাৰ ওপৰত প্ৰতিষ্ঠা কৰা আশা-আকাংক্ষা, কামনা-বাসনা সকলো সাময়িক উত্তেজনা মাত্ৰ। ইয়াৰ দ্বাৰা কল্যাণ কেতিয়াও আশা কৰিব নোৱাৰি। প্ৰেমৰ বাবে সত্যৰ পৰা আঁতৰ হোৱা জানো পাপ? ক্লিফোৰ্ডে সমস্যা সমাধানৰ উপায় বিচাৰিলে। কণিৰ আশা-আকাংক্ষা কিয় অথলে যাব? পুৰুষ-স্ত্ৰীৰ সাময়িক মিলন নিয়ৰৰ টোপালবোৰৰ দৰে ক্ষন্তেকীয়া। ইয়াৰ দ্বাৰা প্ৰেম কলংকিত নহয়। স্বামী-স্ত্ৰীৰ সম্বন্ধ পৰস্পৰ বুজাপৰাৰ ওপৰত প্ৰতিষ্ঠিত। বিবাহ-বন্ধনৰ যোগেদি স্বামী-স্ত্ৰীৰ জীৱনলৈ আহে প্ৰীতি, শ্ৰদ্ধা আৰু আন্তৰিকতা! সন্তান জন্ম দিয়া স্বামী-স্ত্ৰীৰ ধৰ্ম। নহলে বংশৰক্ষা নহয়, সমাজৰ চকুত হেয় প্ৰতিপন্ন হব লাগিব। ৰাগবী বংশৰ সন্মানৰ বাবে, বংশ-ৰক্ষাৰ বাবে কণিৰ এটি সন্তান লাভ···সকলোৰে কামনাৰ বস্তু। সন্তান নহলে বংশৰ ঐতিহ্য লোপ পাব। প্ৰথা পৰিবৰ্ত্তন হব পাৰে, পদ্ধতি সলনি হব পাৰে, কিন্তু পৰম্পৰা হেৰুৱা মানে যথাসৰ্বস্ব বিসৰ্জন দিয়া। কণিয়ে স্বামীৰ যুক্তিত তৰ্ক মানিলে। বংশ ৰক্ষা কৰাই তেন্তে ৰাগবী পৰিয়ালৰ মুখ্য উদ্দেশ্য? ক্লিফোৰ্ডে কলে, "কণি, তোমাৰে মোৰে স্বামী-স্ত্ৰীৰ সম্বন্ধটো ক্ষন্তেকীয়া নহয়। ইয়াত বিয়াৰ এনাজৰি লাগি আছে। আমাৰ সম্বন্ধ সত্যৰ ওপৰত

প্রতিষ্ঠা কৰা হৈছে। সাময়িক মিলনৰ যোগেদি যদি কোনো সুপুৰুষৰ সান্নিধ্যত তোমাৰ এটি সন্তান লাভ হয় সেই পুত্ৰই ৰাগ্‌বী বংশধৰ বুলিয়েই পৰিচয় পাব। সেই পুত্ৰ মোৰ বুলি মই সাৰটি লম। আদৰ-যত্ন মৰম-চেনেহৰ পৰা সেই সন্তান কেতিয়াও বঞ্চিত নহ'ব। যি প্ৰতিপালন কৰে, সন্তানটো তেওঁলোকৰেই হয়।" লাজত কণিৰ মুখ ৰক্তাক্ত হৈ উঠে। শৰীৰত শিহৰণ লাগে। ক্লিফোৰ্ডৰ যুক্তিত যেন এক অপূৰ্ব মাদকতা সোমাই আছে। কণিৰ দেহাই অন্য এক দেহাৰ উত্তাপ মনে-প্ৰাণে জানো কামনা কৰা নাই? সন্তান-কামনা সকলো স্ত্ৰীৰ কাম্য নহয় জানো? কিন্তু ক্লিফোৰ্ডৰ আশা পূৰণ কৰা কেনেকৈ সম্ভৱ? তেতিয়া হয়তো নাৰীৰ সতীত্ব বুলি একো অৱশিষ্ট নাথাকিব।"

ক্লিফোৰ্ড চাটাৰ্লিয়ে নিজৰ অক্ষমতাক লোকচক্ষুৰ আগত লুকাবলৈ চিন্তা কৰিলে। "কণিতো কুমাৰী নহয় যে সন্তান জন্ম দি কলংকিতা হ'ব, সমাজত নিন্দিতা হ'ব। তেওঁৰ সন্তান মোৰ সন্তানৰূপেই সমাজত স্থান পাব, সন্মান অৰ্জন কৰিব। ক্লিফোৰ্ডে কৈছিল, কাৰ সন্তান সেই প্ৰশ্নলৈ তেওঁ মূঠেই উদ্‌গ্ৰীৱ নহয়। মাত্ৰ হীন বংশৰ সন্তান নহ'লেই হয়।

ক্লিফোৰ্ডে মানসিক যন্ত্ৰণাৰ দাৰুণ বেদনা লাঘৱ কৰিবলৈ নিজৰ প্ৰাসাদত সাহিত্য আলোচনাৰ সমাৰোহ পাতিলে। ব্যস্ততাপূৰ্ণ কিবা এটা নাপালে ক্লিফোৰ্ডৰ মন স্থিৰে নাথাকে। দাম্পত্য জীৱনত নিজৰ জীৱন দি যি বিষবৃক্ষ ৰোপণ কৰা হ'ল—তাৰ বিষময় যন্ত্ৰণাত ক্লিফোৰ্ড হয়তো ক্ষত-বিক্ষত হৈ যাব। জীৱনৰ অমৃত বুলি যাক সাৱটি লোৱা হৈছিল—সি আচলতে মৃত্যুৰ বিষ মাত্ৰ। লেডী চাটাৰ্লি প্ৰকৃততে ক্লিফোৰ্ড চাটাৰ্লিৰ জীৱনৰ মধুযামিনী নহয়… শত বেদনাৰ শত বিৰহৰ ঘোৰ অমানিশা। ধনসম্পত্তি বা আভিজাত্যৰ শত-সহস্ৰ আড়ম্বৰেও যৌৱনৰ চঞ্চলতা ধাঁতৰ কৰিব নোৱাৰে।

ক্লিফোৰ্ডৰ সাহিত্য চ'ৰালৈ আহিল সাহিত্যিক, নাট্যকাৰ,

সংগীতজ্ঞ, কবি আৰু সমালোচকৰ দল। আছিল প্ৰসিদ্ধ নাট্যকাৰ মাইকেলচ! সাহিত্য আলোচনা, সঙ্গীত আলোচনা, শিল্পকলা আলোচনাৰ মাজেদি ক্লিফোৰ্ডৰ প্ৰাসাদ প্ৰাণৱন্ত হৈ উঠিল। অনেকৰ চকুত যিজনে লেখে, তেওঁ যেনেকৈ লেখক নহয়, যি পঢ়ে তেওঁ যেনেকৈ পাঠক নহয়, যি লেখাত নাই পঢ়াতো নাই তেনেবিধ লোকক অনেকে 'সাহিত্যিক' বা 'সমালোচক' বুলি সন্মান দেখুৱায় ঠিক তেনে এটা দলে যেতিয়া সাহিত্য আৰু কলা বিষয়ত বিজ্ঞজনৰ দৰে মতামত ব্যক্ত কৰে—সেই অভিমত শুনিবলৈ শ্ৰুতিপটু কাণৰ প্ৰয়োজন আটাইতকৈ বেছি। নহলে হয়তো ৰসভংগ হোৱাৰ শংকা আছে। ক্লিফোৰ্ডৰ সাহিতচ'ৰাও এনেবিধ লোকৰ দ্বাৰা পৰিবেষ্টিত। এওঁলোক যেনিবা সাহিত্যৰ বিজ্ঞ সমালোচক, নিঃসংকোচেৰে মতামত দিব পৰা ভৱিষ্যত বক্তা। প্ৰখ্যাত সাহিত্যিককো এওঁলোকে কটু সমালোচনাৰে, ব্যক্তিগত আক্ৰমণেৰে (চৰিত্ৰহনন) পদে পদে অপদস্থ কৰিব পাৰে।

লেডী চাটাৰ্লিয়ে এই শ্ৰেণীৰ সাহিত্যিক, নাট্যকাৰ, সঙ্গীতজ্ঞ, কলাকাৰৰ চৰিত্ৰত প্ৰাণ বিচাৰি নাপালে। এওঁলোকে বুদ্ধিধৰ্মী কোনো কথাৰে ব্যাখ্যা দিব নোৱাৰে। এওঁলোক আদৰ্শবিহীন, নীতিবিহীন। যৌন বিকাৰত এওঁলোক ৰোগাগ্ৰস্ত। মাইকেলচৰ উদ্দেশ্য অসৎ, কণিৰ সান্নিধ্য লাভ কৰিবলৈ তেওঁ অভিনৱ প্ৰচেষ্টা চলাইছে। যৌনতৃপ্তি লাভৰ বাহিৰে তেওঁৰ যেন একো উদ্দেশ্য নাই। তেওঁৰ কলাশিল্পত প্ৰকৃত সত্যতা নাই। ই ভাঙনমুখী ভুৱা শিল্প-সৃষ্টি। কণিয়ে নিজৰ সত্তা হেৰুৱাব নোখোজে, ৰুচি বিকৃত কৰিব নোৱাৰে।

ক্লিফোৰ্ডৰ আশা ভংগ হ'ল। কণিয়ে সাহিত্যিক, নাট্যকাৰ কবি আদি বুদ্ধিবৃত্তিৰ মানুহক সমূলি ভাল নেপায়। মাইকেলচৰ সংস্পৰ্শই কণিৰ নিঃসংগতা দূৰ কৰি বাসনা চৰিতাৰ্থ কৰিব নোৱাৰিলে।

ক্লিফোৰ্ড যান্ত্ৰিক সভ্যতাৰে প্ৰভাৱান্বিত। অৰ্থ-সম্পত্তিৰ আসক্তিৰে তেওঁৰ তেজৰ ধমনি তপ্ত হৈ আছে। শেষপৰ্য্যন্ত সাহিত্যচৰ্চাত কোনো স্বীকৃতি লাভ কৰিব নোৱাৰি মুক্তিৰ নিঃশ্বাস পেলাবলৈ ক্লিফোৰ্ড চাটাৰ্লিয়ে খনি ব্যৱসায়ত হাত দিলে। বিচাৰিলে…নতুন নতুন ব্যৱসায়, অৰ্থ সম্পত্তি! নিজৰ সকলো অনুভূতি দলিয়াই পেলাই যন্ত্ৰৰ দৰে টেভাৰচেল্ শিল্প উদ্যোগত ব্যস্ত হৈ পৰিল।

লেডী চাটাৰ্লি অকলশৰীয়া, কলৈ যাব? কি কৰিব? ক্লিফোৰ্ডক এৰি যাব বা কলৈ? এটা পংগু পুৰুষ, নামত স্বামী দেৱতা! সম্বন্ধৰ কোনো অৰ্থ কণিয়ে বুজি নেপায়। কণিৰ পুতৌ উপজে যেতিয়া ক্লিফোৰ্ডে "হুইল চিয়াৰ"খনত উঠিবলৈ নামিবলৈ অসহায় শিশুৰ দৰে ইফালে সিফালে হাত মেলিয়াই ক্লান্ত হৈ পৰে। ওচৰত নাথাকিলেই বিপদ। পৰিচাৰিকা মিচেচ্ বোল্টা সকলো সময়তে সজাগ নহয়। এওঁৰ দায়িত্বতে ক্লিফোৰ্ডক গতাই কণি কেতিয়াবা ওলাই যায়……বাহিৰত মুকলি আকাশ, জোনৰ স্নিগ্ধ কিৰণ, বনভূমিৰ বৈচিত্ৰময় দৃশ্যৰাজি উপভোগ কৰিবলৈ। এইবোৰৰ লগত কণিৰ গভীৰ পৰিচয়, প্ৰীতি মধুৰ সম্পৰ্ক…। এইবোৰ পালে কণিক একো নালাগে। এইবোৰ তেওঁৰ নিঃসঙ্গ জীৱনৰ কৰুণ সংগীত।

আৰু "মেলৰচ। ক্লিফোৰ্ড চাটাৰ্লিৰ পশুপালক। সুঠাম, সুশ্ৰী চেহেৰা। বলিষ্ঠ বাহুযুগলত অফুৰন্ত শক্তি! দৈহিক সৌন্দৰ্য্যত এটা মাদকতা সোমাই আছে। বনভূমিত আপোনমনে বিচৰণ কৰে, মুকলি পাহাৰত বিশ্ৰাম লয়। কেতিয়াবা গুণ্‌গুণকৈ গ্ৰাম্য গীত গায়। নিঃসঙ্গ জীৱন এটা প্ৰাণ-প্ৰাচুৰ্য্যৰে ভৰপূৰ; ধুৰন্ধৰ ডেকা! ক্লিফোৰ্ডে এই মেলৰচৰ লগত কণিক এদিন চিনাকি কৰি দিছিল অতি সাধাৰণভাৱে। কণিয়ে কিন্তু তেতিয়া মেলৰচৰ কথা-বতৰাত সমূলি ৰস নাপাইছিল। মেলৰচৰ ভাষাত যেন অমাৰ্জিত ৰুচি নিহিত আছে। কথাত কোনো জড়তা নাই, মানুহটো দাম্ভিক। কণিয়ে

পাচত গম পাইছিল যে মেলবচে বিবাহিত জীৱনত স্ত্ৰীৰ পৰা অকণো সুখ নাপাই গৃহত্যাগ কৰি ক্লিফোৰ্ডৰ অধীনত সামান্য পশু-পালকৰ চাকৰি এটা লৈ জীৱন অতিবাহিত কৰিছে। মেলবচৰ ঘোলে এজনী গাভৰু কন্যাও বৰ্ত্তমান। স্ত্ৰীয়ে মেলবচক ত্যাগ কৰি আন এজনৰ লগত সংসাৰ পাতিছে।

ক্লিফোৰ্ডৰ বনভূমিত কণিয়ে প্ৰায়ে মেলবচক লগ পায়। কণিৰ কেতিয়াবা ভাল লাগে। মানুহটোৰ সাংসাৰিক জীৱনৰ দুখজনক ঘটনাবোৰে কণিক আকৃষ্ট কৰে। কেতিয়াবা কথা-বতৰাত বিতুষ্ট হৈ বিষাদমনে ঘৰলৈ উভতি আহে। মেলবচে অপৰূপা কণিৰ দেহ-ভংগীমালৈ সতৃষ্ণ নয়নেৰে চাই মন্ত্ৰমুগ্ধ সাপৰ দৰে তন্ময় হৈ পৰে—কি ৰূপ—কি সৌন্দৰ্য্য। প্ৰত্যেক অঙ্গতে যেন প্ৰেম উথলি উঠিছে। মেলবচ যেন মোহাগ্ৰস্ত হৈ পৰিছে। কিন্তু গৃহকৰ্ত্ৰীক প্ৰেম নিবেদন কৰা ভৃত্য এজনৰ পক্ষে জানো সম্ভৱ? প্ৰায়ে এই দুঃচিন্তাই মেলবচৰ অন্তৰত প্ৰচণ্ড ধুমুহাৰ সূচনা কৰিছিল।

এদিন লেডী চাটাৰ্লিৰ প্ৰাণত ফাগুনৰ বা' লাগিছিল। সেই দিনটোৰ বাবেই হয়তো মেলবচে অপেক্ষা কৰিছিল। কণিক বনভূমিৰ এক নিৰ্জন প্ৰান্তত অকলে পাই মেলবচে সংকল্প কৰিছিল এই পৰমা-সুন্দৰী নাৰীক নিজৰ কৰি লব। সেই অভিপ্ৰায় লৈ মেলবচে আহি কণিৰ সন্মুখত থিয় হ'ল। "তুমি, তুমি ইয়াত কিয়?" কম্পিতকণ্ঠে কণিয়ে চিঞৰি উঠিল। মেলবচে সুযোগ নেৰিলে। কলে, "তোমাক লগ পাবলৈ আহিছোঁ, মিচেছ ক্লিফোৰ্ড। তোমাৰ অবিহনে মোৰ জীৱন বৃথা। আজি সুযোগ পাই তোমাৰ ওচৰত মোৰ প্ৰেম নিবেদন কৰিব খুজিছোঁ। মোৰ যৌৱন নিষ্ফল নকৰিবা......! অপৰূপা যৌৱনৰ অধিকাৰিণী হৈয়ো তুমি এই বিজনবনত সংগীহীনা হৈ ভ্ৰমি ফুৰিছা......মোক তোমাৰ যৌৱনৰ দক্ষিণা দান কৰা।"

"তুমি অন্যায় কথা কৈছা। তুমি জানা, মই তোমাৰ প্ৰভুৰ বিবাহিতা স্ত্ৰী। বিবাহিতা স্ত্ৰীৰ জীৱনত স্বামীবিনে একো আৰাধনা

নাই। ক্লিফোৰ্ড তোমাৰ অন্নদাতা, অভিপ্ৰায় জানিব পাৰিলে তোমাৰ সৰ্বনাশ হ'ব। তুমি সংযত হোৱা।" মেলৰচে লেডী চাটাৰ্লিৰ কপলৈ চাইছিল মাত্ৰ। কোনো উপদেশ বাণীয়েই তেওঁৰ কাণত নোসোমাইছিল। "তোমাক নাপালে মোৰ মৃত্যু অৱশ্যম্ভাবী। তোমাৰ দৰে সুমোহিনী নাৰীৰ কাৰণে মোৰ মৃত্যু হলে পৰম ভাগ্য।"

মেলৰচৰ প্ৰমত্ত লোভত লেডী চাটাৰ্লিৰ জ্ঞান লুপ্ত হ'ল। চাৰি চকুৰ মিলনত প্ৰেম ৰমণীয় হৈ উঠিল। মেলৰচ ৰব নোৱাৰিলে, আগবাঢ়ি গ'ল···লেডী চাটাৰ্লিৰ মৃণাল বাহু যুগলত ধৰি ওচৰলৈ টানি আনিলে। আলিংগনত মুহূৰ্ত্ততে কণিয়ে পাহৰি পেলালে দীৰ্ঘ-দিনৰ অৱসাদ, এজন পংগু স্বামীৰ দীৰ্ঘশ্বাস। মনত কেৱল খেলালে— জীৱনৰ চৰম আনন্দ! বোধকৰো এয়ে······! মেলৰচে লেডী চাটাৰ্লিক আথে-বেথে লৈ গ'ল নিৰ্জন পৰ্ণ-কুটীৰলৈ।

কণিয়ে হয়তো মধুৰ আনন্দত, মধুৰ মিলনত আত্মহাৰা হৈছিল। মেলৰচৰ বলিষ্ঠ বাহুৰ নাগপাশত বিদ্ধ হৈ তাই সুখস্বপ্নত বিভোল হৈ পৰিছিল······ছুটি কৰুণ জীৱনত বসন্ত ঋতু মনোৰম হৈ ফুটি ওলাইছিল! ( **He lay there with his arms round her, his body on hers. So close. And completely unknown !** )

বনভূমিত কণি আক মেলৰচে প্ৰেমৰ অমৰাৱতী ৰচনা কৰিলে। কণিৰ চকুত প্ৰণয়ৰ অঞ্জন লাগি জলমল কৰি উঠিল।

ক্লিফোৰ্ডে কণিৰ এই পৰিবৰ্ত্তন লক্ষ্য নকৰাকৈ নেথাকিল। পৰিচাৰিকা মিছেচ্ বোল্টনৰ চকু সদায় সজাগ। গৃহকৰ্ত্ৰীৰ প্ৰণয়-জনিত কেলেংকাৰী প্ৰচাৰ কৰিব পাৰিলে লাভটো মিছেচ্ বোল্টনৰেই আটাইতকৈ বেছি। চাৰ ক্লিফোৰ্ডক হাতৰ মুঠিত ৰাখিবলৈ এইটো এটা সুযোগ মাত্ৰ। বিশাল সম্পত্তিৰ অধিকাৰিণী হবলৈ মিছেচ্ বোল্টনে যি অদম্য আশাৰ কল্পনা কৰি আছিছে লেডী চাটাৰ্লিৰ অবিহনত সেই কল্পনা কাৰ্য্যত পৰিণত কৰিবলৈ পলম নালাগিব।

ক্লিফোর্ডৰ দুখ : কামনাৰ তীব্ৰ আঘাত কণিয়ে সাধাৰণ পশু-পালক এটাৰ অংকশায়িনী হৈছে! লেডী চাটাৰ্লিৰ প্ৰণয়প্ৰাৰ্থী সাধাৰণ ইতৰ মেলৰচ! ৰাগ্‌বী পৰিয়ালৰ বেতনভোগী সামান্য ৰখীয়া এটা! কি স্পৰ্দ্ধা, কি দুঃসাহস! কণিয়ে উচ্চবংশৰ সুপাত্ৰক সংগীৰূপে গ্ৰহণ কৰি বংশমৰ্যাদা ৰক্ষা কৰিব পাৰিলেহেঁতেন।

মিছেচ্ বোল্টনে ক্লিফোৰ্ডৰ এই মুহূৰ্তটো সম্পূৰ্ণৰূপে গ্ৰহণ কৰি কণিৰ অনুপস্থিতি দূৰ কৰিলে সকলো বিষয়ত বিশেষ তদাৰক কৰি। এফালে মাতৃৰ দৰে পৰিচাৰিকা আনফালে দুখ-সুখৰ 'ভাগ লওঁতা'। বোল্টনৰ সেৱা-শুশ্ৰূষাত ক্লিফোৰ্ডে কাৰ্য্যদক্ষতাৰ পৰিচয় দিবলৈ সুযোগ পালে। কাৰ্য্যদক্ষ পুৰুষৰ বাবে অনুভূতিৰে পৰিপূৰ্ণ মৰমিয়াল সাংসাৰিক জীৱন কেতিয়াবা দুষ্প্ৰাপ্য বস্তু হৈ পৰে। ক্লিফোৰ্ডে কণিক প্ৰকৃততে পূজা কৰি ৰাখিছিল। স্ত্ৰী হলেও কণি যে ক্লিফোৰ্ডতকৈ বহুত ওপৰত তেওঁ স্বীকাৰ কৰিছিল। শিলৰ মূৰ্তি হলেও কেতিয়াবা আমি বিগ্ৰহ দেৱতাক ভয় কৰোঁ, শ্ৰদ্ধা কৰোঁ, আত্মসমৰ্পণ কৰোঁ। বিগ্ৰহ দেৱতাৰ ঐশ্বৰিক ক্ষমতাত আমি ভয়ত কঁপি উঠোঁ। কণিক ক্লিফোৰ্ডে হেৰুৱাৰ কথা সপোনতো ভাবিব নোৱাৰে। কণিক প্ৰায়ে কৈছিল, "কণি, তুমি ঈশ্বৰৰ নামত শপত খোৱা মোক তুমি কেতিয়াও এৰি নোযোৱা বুলি" এয়া অসহায় স্বামীৰ শক্তিময়ী স্ত্ৰীৰ ওচৰত করুণ প্ৰাৰ্থনা, নাৰীৰ চৰণত পুৰুষৰ আত্মনিবেদন।

কিন্তু, কণিৰ গাত বসন্তৰ বা লাগিছিল। মেলৰচক তেওঁ দেহ-মন দি ভাল পাইছে। মেলৰচৰ নবীন স্পৰ্শত কণিৰ কান্তি আঁতৰি গৈছে, জীয়াই থকাৰ প্ৰেৰণাত মন-প্ৰাণ উথলি উঠিছে। মেলৰচে আজি কণিৰ প্ৰেমিকৰূপে স্বীকৃতি লাভ কৰিছে······সকলো ভাল পোৱা উজাৰি সি লেডী চাটাৰ্লিক তাৰ বলিষ্ঠ হাতেৰে সাৱটি লৈছে ······তাপিত যৌৱন তৃপ্ত কৰিবলৈ।

লৰেন্সৰ লেডী চাটাৰ্লিজ লাভাৰ ইয়াতেই অন্ত নহয়। ইয়াৰ

পাচতো অনেক সমস্যাৰ অৱতাৰণা কৰি লৰেঞ্চে উপন্যাসখনৰ কলেৱৰ বৃদ্ধি কৰিছে। যান্ত্ৰিক যুগৰ সম্পৰ্কে লৰেঞ্চে বিষদ আলোচনা কৰিছে। লগতে ভৱিষ্যত বাণীও প্ৰচাৰ কৰিবলৈ এৰা নাই। বাহুল্য নকৰি উপন্যাসখনিৰ কিছু উল্লেখযোগ্য ঘটনা আলোচনা কৰি আমাৰ প্ৰবন্ধ শেষ কৰিম।

মেলৰচৰ চৰিত্ৰ উদ্দেশ্যধৰ্মী। কণিৰ চৰিত্ৰ গৌণ। মুখ্য চৰিত্ৰ মেলৰচৰ পৰিপূৰ্ণতাৰ বাবে কণিৰ অৱতাৰণা আৱশ্যক হৈছিল। মেলৰচৰ চৰিত্ৰৰ যোগেদি তথাকথিত ভদ্ৰ সমাজৰ ভাঙনমুখী ৰূপটো দাঙি ধৰিবলৈ লৰেঞ্চে যত্ন কৰিছিল, ঘৰুৱা জীৱনত নিৰ্দয়া স্ত্ৰীৰ পৰা অকণো সুখ নাপাই মেলৰচৰ বৈবাহিক জীৱনটোৰ প্ৰতি বিতৃষ্ণা জন্মিছিল। বনভূমিৰ এক প্ৰান্তত থকা কুটীৰ এটিত তেওঁ অকলশৰীয়া জীৱন অতিবাহিত কৰিছিল। মনৰ হতাশা দূৰ কৰিবলৈ তেওঁ গ্ৰন্থ অধ্যয়ন কৰিছিল কিন্তু দৈহিক যন্ত্ৰণাক মানসিক উৎকৰ্ষ সাধনাৰে লাঘৱ কৰিবলৈ অক্ষম হৈছিল। দৈহিক যন্ত্ৰণাত ডেকা মেলৰচৰ মন-প্ৰাণ কেতিয়াবা জঠৰ হৈ পৰিছিল। লেডী চাটাৰ্লিৰ প্ৰেমিকৰূপে মেলৰচে যেতিয়া আত্মীয়তা লাভ কৰিলে তেতিয়া তেওঁ উপলব্ধি কৰিলে জীৱনৰ যৌৱনকাল কি মধুৰ। এই যৌৱনৰ বাবেই প্ৰেম। লেডী চাটাৰ্লিৰ কামনাৰ দাবানল মেলৰচে তেওঁৰ প্ৰেমৰ আলিংগনেৰে নিৰ্বাপিত কৰিলে। লৰেঞ্চে সেইখিনিতে যৌন আবেদনৰ ইঙ্গিত দিছে। লৰেঞ্চৰ মতে যৌন আবেদন (sex appeal) আৰু যৌন কদৰ্য্য ( pornography ) একে নহয়। পৰ্ণগ্ৰাফীৰ সাধাৰণ অৰ্থলৈ চালে বাৰাংগণা কাৰ্য্যজড়িত কদৰ্য্য কাম কলা বুলি ধৰিব পাৰি। বাৰাংগণা বা পতিতা বুলিলে আমি কি বুজোঁ।? অৰ্থৰ বিনিময়ত বাটৰ পুৰুষক মাতি আনি অংকশায়িনী হোৱা নাৰীক সাধাৰণতে গণিকা, বেশ্যা, বাৰাংগণা আদি কওঁহক। প্ৰাচীন কালত অৱশ্যে পুৰুষ নাৰীয়ে নিজৰ যৌন ক্ষুধা নিবাৰণ কৰিবলৈ প্ৰণয়জনিত কাৰ্য্যত লিপ্ত হৈছিল বুলি আখ্যানমূলক

কাহিনীত পোৱা যায়। এচাম লোকে ভাবে যে বিবাহৰ যোগ্যা কন্যাই কামকলাৰ গোপন তথ্যসমূহ আয়ত্ত কৰিলে স্বামী নির্বাচন আৰু দাম্পত্য জীৱন যাপনত পৰম সুখ আশা কৰিব পাৰে।

যৌন বাসনাক গোপনে ৰাখি শৰীৰ-মন দগ্ধ কৰাত দাৰুণ যন্ত্রণা সোমাই আছে। লৰেন্সে কৈছিল, "যৌন অনুভূতিয়ে আমাক তৃপ্ত কৰে। সেগুটা জাৰকালি ওলোৱা ব'দজাকৰ দৰে ই আমাৰ ঠেৰেঙা লগা দেহ-মনটোক সকাহ দিয়ে, উৎসাহ-উদ্দীপনাৰে অপাৰ আনন্দ দিয়ে। যাৰ শৰীৰ, মন, দেহা ৰোগাগ্রস্ত তেওঁলোকে যৌন অনুভূতিক কদর্য্য কার্য্য বুলি ভ্রম কৰে। কিন্তু যৌন বাসনাই যেতিয়া উৎকট ৰূপ ধাৰণ কৰি চাল-বেৰ কোবাই বিভ্রান্তিৰ সৃষ্টি কৰে, তেতিয়া সেই যৌন বাসনাই পর্ণগ্রাফী নাম পায়। আধুনিক জগতত অনেক কথাছবি, গল্প, উপন্যাস পর্ণগ্রাফী ব্যাখ্যাৰে দোষী কৰিব পাৰি। যি সাহিত্যই যৌন কামনা বৃদ্ধি কৰে, শৰীৰত তপ্ত কামনাৰ জুই জ্বলাই কামাতুৰ কৰি তোলে তেনে সাহিত্য বা কলা পর্ণগ্রাফী বুলি কব পাৰি। এনে সাহিত্য বা কলাৰ স্থান ক'লা বজাৰত হে—মুকলি বজাৰত বা ভদ্র সমাজত ই গ্রহণীয় নহয়। এইবোৰ হ'ল সস্তীয়া বস্তু, যৌন আবেদনৰ বিকৃত ৰূপ। কিন্তু, মানুহৰ বাবে যৌন অনুভূতি প্রয়োজনীয় সম্পদ। এই আদিম বাসনাক অপমান কৰিবলৈ পর্ণগ্রাফীয়ে চেষ্টা চলাইছে, যৌন অনুভূতিৰ মধুৰ ব্যাখ্যা কলুষিত কৰিবলৈ ষড়যন্ত্র চলাইছে ......।

যৌন অনুভূতিত যদি সৌন্দর্য্য আছে বুলি ধৰি লোৱা হয়, তেন্তে মেলৰচক লৰেন্সে সৃষ্টি কৰিছিল সৌন্দর্য্যৰ জয়যাত্রাৰ বাবে। লৰেন্সৰ মতে যৌন আবেদনত আলফুলীয়া মৰম নিহিত আছে। পুৰুষ-নাৰীৰ ভিতৰত গঢ়ি উঠা প্রেম আলফুলীয়া মৰমৰ মাজেদি সজীৱ হৈ উঠে। মেলৰচৰ মনটোৱে কণিৰ সংগহীন যৌৱনৰ কথা ভাবি উথলি উঠিছিল। উৎসাহপূর্ণ সঁহাৰি পাই মেলৰচে উত্তৰ দিছিল, "মোক এতিয়া এই প্রশ্ন নকৰিবা, মোক মাত্র হিয়া ঢালি ভাল

পাবলৈ দিয়া। তুমি যেতিয়া মোৰ বুকুৰ মাজত সোমাই সৌ শষ্যাখনিত চলি পৰা তেতিয়া মই তোমাক প্ৰাণ ঢালি মৰম কৰোঁ···তেতিয়া তুমি অপূৰ্ব সৌন্দৰ্য্যৰ একমাত্ৰ অধিকাৰিণী হৈ পৰা···। ( A woman's a lovely thing when—! ) দৈহিক মিলনত প্ৰেম ৰমনীয় হৈ উথলি উঠে। ( I believe in being warm heated. I believe specially in being warm heated in love . )

মেলৰচৰ মনত কেতিয়াবা যে ভয়-শংকাই খৌকি-বাথৌ লগোৱা নাছিল, এনে নহয়। লেডী চাটাৰ্লিৰ লগত গুপ্ত প্ৰণয়ত আবদ্ধ হৈ থাকোঁতে মেলৰচে কৈছিল, “আমাৰ বেয়া দিন আহিছে”। লেডী চাটাৰ্লিয়ে বিবৰ্ণ হৈ কৈছিল, “নহয়, নহয়, তেনেকৈ নকবা। আমাৰ প্ৰেমৰ অমৰাৱতীত দুখৰ কথা নুতুলিবা।” মেলৰচে তেওঁৰ প্ৰেমিকাৰ ঠুনুকা প্ৰাণত আঘাত নিদি কথাৰ সুৰ বদলাই গম্ভীৰ হৈ কৈছিল,—

“বেয়া দিন আহিছে আমাৰ সকলোৰে বাবে।” লৰেন্সে এই কথাৰ মাজেদি যান্ত্ৰিক যুগৰ কৃত্ৰিম সভ্যতাৰ ইংগিত দিছিল। নাৰীৰ ভুলৰ বাবে, পুৰুষৰ প্ৰেম-প্ৰীতিৰ বাবে বা যৌন অনুভূতিৰ অপৰাধৰ বাবে এই হতাশাৰ ভাৱ উদয় হোৱা নাছিল। যান্ত্ৰিক যুগৰ ভাঙনমুখী সভ্যতাত খোৱা-কামোৰা কৰা অৰ্থপিপাসু, দয়ামায়াহীন শিল্পপতি সকলৰ কাঠচিতীয়া ব্যৱহাৰ, নৈতিক অধঃপতন, দৈত্যাকায় যন্ত্ৰপাতিৰ, কল-কাৰখানাৰ গ্ৰাসত সোমাৰ খোজা অসহায় শ্ৰমিক মজুৰৰ দল। দোষ এইবোৰৰ। এই কৃত্ৰিম সভ্যতাই দেশৰ প্ৰাকৃতিক সৌন্দৰ্য্য, কৃষ্টি সভ্যতা, নীতি-নিয়ম সকলো যেন গিলি পেলাব খুজিছে। মেলৰচে শংকা কৰি কৈছিল, “আমি ধ্বংসস্তূপলৈ আগবাঢ়ি গৈছোঁ, মোৰ এইবোৰ বৰ ভয় লাগে কনি, অথচ, ইয়াৰ বিৰুদ্ধে যুঁজিবৰ মোৰ শক্তি নাই। কোনো বন্ধু নাই যি মোক শক্তিৰে সহায় কৰিবহি”। নিৰ্জন ঘৰটোলৈ বিষন্ন মনেৰে

মেলৰচ সোমাই গৈছিল নিৰ্জনতাৰ আশ্ৰয় বিচাৰি। এই সত্তাৰ বাবে মেলৰচৰ চৰিত্ৰত বৈশিষ্ট্য আছে; নহলে হয়তো লেডী চাটাৰ্লিৰ প্ৰেমিক স্বৰূপে যৌনক্ষুধা পৰিতৃপ্তিৰ বাবে মেলৰচৰ চৰিত্ৰ অংকিত হ'লহেঁতেন। অনেক সময়ত মেলৰচ মৌন হৈ পৰে। এই মৌনতাই লেডী চাটাৰ্লিক বিভ্ৰান্ত কৰি তোলে। এই নিৰৱতাত বিষাদৰ ছাঁ সোমাই আছে। মেলৰচে সম্ভৱ বিশ্বাস কৰিছিল যে পুৰুষ-নাৰীৰ ব্যক্তিত্ব বিহীন অনুভূতিত পৰম তৃপ্তি উপভোগ কৰিব নোৱাৰি। এই ঘুণে ধৰা সমাজত মেলৰচে নিজৰ ব্যক্তিত্ব হেৰুৱাই পেলাইছে। যান্ত্ৰিক যুগৰ ভ্ৰান্তি-মূলক প্ৰতিশ্ৰুতিত ক্ষত-বিক্ষত হোৱা সাধাৰণ শ্ৰেণীৰ মানুহৰ দুৰ্দশাৰ কথা ভাবি মেলৰচৰ অন্তৰ বেদনাগ্ৰস্ত হৈ পৰিছিল। যৌন পৰিতৃপ্তিৰ তপ্ত সুখে এই গভীৰ বেদনা লাঘৱ কৰিব পৰা নাছিল।

সন্তানৰ কথা প্ৰসংগত মেলৰচৰ উৎসাহহীন আলোচনাই বিষাদৰ ভাব দাঙি ধৰিছে। "এই ধ্বংসমুখী সংসাৰখনলৈ সন্তান জন্ম দিয়া ভুল কাম হ'ব, অনুশোচনাৰ কথা হ'ব।" আনহাতে, লেডী চাটাৰ্লিৰ চৰিত্ৰত এই মনোভাব পৰিলক্ষিত হোৱা নাই। লেডী চাটাৰ্লিয়ে সমাজৰ অগ্ৰগতিত পিচ পৰি থোৱা নাছিল। আধুনিক যুগৰ প্ৰতি বিৰূপ মনোভাবো ৰখা নাছিল। সন্তান জন্ম দিয়াৰ দুৰ্বাৰ বাসনাই কণিক ব্যতিব্যস্ত কৰিছিল। "ভবিষ্যৎ বংশধৰসকলে পৃথিবীৰ মধুৰ স্বাদ, মধুৰ আনন্দ, মধুৰ তৃপ্তি ভোগ কৰক। যি তৃপ্তি মই নাপালোঁ মোৰ সন্তানে সেই তৃপ্তি নতুন পৃথিবীত উপভোগ কৰক"।

ক্লিফোৰ্ডে গধুৰ দৰ্শনৰ ভিতৰেদি মানসিক উন্নতিৰ অধিকাৰী কেনেকৈ হব পাৰি কণিক বুজাবলৈ চেষ্টা কৰিছিল। কণিয়ে অমনোযোগী হৈ মাত্ৰ কৈছিল, "পূৰ্ণ যৌৱনা নাৰীয়ে অকল মানসিক জীৱনৰ উৎকৰ্ষ সাধনত চৰম আনন্দ লাভ কৰিব নোৱাৰে। দৈহিক

প্ৰাণতকৈ মানসিক প্ৰাণ আমাৰ বাবে বেছি বাস্তৱ বুলি কোৱা কঠিন। বাস্তৱত যি প্ৰাণ আছে, উৎফুল্লতা আছে, কল্পনাত তেনে সজীৱ প্ৰাণ বিচাৰি নোপোৱা।"

ক্লিৰ্কোৰ্ডে কণিৰ উত্তৰত তৰধ মানিছিল। কৈছিল, "জন্তুৰ শৰীৰতো সজীৱতা আছে, প্ৰাণ আছে, তেন্তে মানুহৰ দেহাৰ লগত জন্তুৰ প্ৰভেদ থাকিল ক'ত?" যান্ত্ৰিক যুগৰ কোপোলা শৰীৰতকৈ, অন্তৰহীন, কলুষতাৰে পৰিপূৰ্ণ আধুনিক জীৱনতকৈ, মুকলি পথাৰত মুকলি মনেৰে বিচৰণ কৰা জন্তুৰ শৰীৰ সজীৱ বুলিয়েই মই ভাবোঁ, কণিয়ে উত্তৰ দিছিল। "মানুহৰ দেহাৰ ভিতৰেদি মানসিক অনুভূতি প্ৰাণৱন্ত হৈ উঠে। দেহাটো বাদ দি মানসিক উন্নতি কামনা কৰিব নোৱাৰি। গ্ৰীক পণ্ডিতসকলে এই সত্যক অৱহেলা কৰিলে, প্লেটো, এৰিষ্টটোলৰ দাৰ্শনিক যুক্তিত দেহাত থকা সজীৱতাৰ অপমৃত্যু ঘটিল, আকৌ যীশুখৃষ্টই এই দেহাৰ সমাধিস্থ কৰিলে।"

"এতিয়া দেহাটোত আকৌ প্ৰাণ আহিছে, কবৰৰ ভিতৰেদি ই লাহে লাহে ওলাই আহিছে। বিনন্দীয়া ধৰণীত এই দেহাই সুন্দৰৰ গীত ধৰিব, মানুহৰ মনত আশাৰ বাণী জগাই তুলিব।" বাস্তৱবাদৰ ওপৰত প্ৰতিষ্ঠিত লৰেঞ্চৰ এই যুক্তি অৱশ্যে বিতৰ্কৰ বিষয়। এগৰাকী পূৰ্ণযৌৱনা নাৰীৰ লগত বাহ্যিক জগতৰ যি প্ৰকৃত সম্বন্ধ, যি প্ৰকৃত সত্য, বিশ্বাসযোগ্য মূল কথা—লৰেন্সে বুজাবলৈ চেষ্টা কৰিছিল। এই যুক্তি ব্যক্তিগত তৃপ্তি, সুখ, সম্ভোগ, দৈহিক আনন্দৰ পৰিতৃপ্তিত সাঙোৰ খাই আছে। কোনো নীতি বা শুচিতাৰ ওপৰত ই প্ৰতিষ্ঠিত নহয়। মানৱ চৰিত্ৰৰ ই এক সূক্ষ্ম বিশ্লেষণ। "যৌন অনুভূতি বাদদি মানুহৰ বাস্তৱ চৰিত্ৰ ৰূপায়িত কৰা কঠিন। জীৱনৰ বিকাশ যৌন প্ৰতিক্ৰিয়াৰ মাজেদিহে।"

লৰেঞ্চৰ প্ৰায়বোৰ উপন্যাসতে সেইবাবে নাৰীৰ আত্মতৃপ্তিৰ বাস্তৱ দৃষ্টিভঙ্গী দেখিবলৈ পোৱা যায়। জীৱনৰ হতাশা, বিপৰ্য্যয়, অৱসাদ, কৰ্কৰ্ষনাতো সেই বাবে নাৰী চৰিত্ৰৰ বিশ্লেষণত শৰীৰ-মন

ভাঙি পৰা নাছিল। আশাবাদী কণিয়ে সদায় সুখকে কল্পনা কৰিছিল, নিজৰ ওপৰত বিশ্বাস ৰাখিছিল। মেলবচে হতাশাৰ কথা উলিয়ালে কণিয়ে কৈছিল, "অন্যলোকৰ যি অভাৱ, তোমাৰ সেই অভাৱ নাই। তোমাৰ অফুৰন্ত গুণ আছে……সেই হে তুমি ভবিষ্যতৰ কথা কল্পনা কৰিব পাৰিছা……।"

"তোমাৰ স্নেহৰ শক্তিবান আকৰ্ষণত গভীৰ দৃষ্টিভংগী লুকাই আছে। মোৰ চুলিটাৰিত তোমাৰ হাত বুলাই যেতিয়া তুমি মোক প্ৰশংসা কৰা, মোৰ কেশবিন্যাসৰ মহিমা বৰ্ণনা কৰা, তেতিয়া তোমাৰ কল্পনাত মই মুগ্ধ হৈ পৰোঁ।"

মেলবচৰ মুখত সাতৰঙৰ ৰামধেনু জিলিকি উঠিছিল। কণিক কৈছিল,—

"তুমি ঠিকেই কৈছা। এৰা, এইটো এটা বাস্তৱৰ বিশ্লেষণ মাত্ৰ, সত্যৰ অন্বেষণ। সকলো ক্ষেত্ৰতে গভীৰভাৱে দৃষ্টি কৰিলে তুমি এই নগ্ন সত্যকে উপলব্ধি কৰিবা। প্ৰত্যেক মানুহৰ নিজস্ব একোটা বৈশিষ্ট্য আছে। সেই ব্যক্তিৰ বিষয়ে চিন্তা কৰোঁতে নাইবা তেওঁৰ সংস্পৰ্শলৈ আহোঁতে সেই নিজস্ব ব্যক্তিত্বলৈ পাহৰিলে নচলিব।"

"পুৰুষ নাৰীৰ সম্বন্ধ স্থাপন কৰোঁতে আমাৰ বুজাপৰাৰ প্ৰয়োজন বেছি। মধুৰ জীৱন যাপনত যাতে আমাৰ ভিতৰত ইজনৰ প্ৰতি সিজনৰ ভয়, শংকা, সন্দেহ, বিপদ নাথাকে তাৰ বাবে আমি সচেতন হব লাগিব। ইংৰাজ জাতিৰ মাজত আজি কেবোণে ধৰিবৰ উপক্ৰম ঘটিছে। ইজনে সিজনৰ প্ৰতি মৰম-প্ৰীতি হেৰুৱাইছে, বিশ্বাস হেৰুৱাইছে। ই অতি পৰিতাপৰ বিষয়। আমাৰ ঐতিহ্য, পৰম্পৰা সকলো সমূহীয়া আবেগৰ ওপৰত, অনুভূতিৰ ওপৰত প্ৰতিষ্ঠিত। পৰম্পৰৰ ব্যক্তিত্বক সন্মান কৰা, ৰক্ষা কৰা অতি প্ৰয়োজনীয় হৈ পৰিছে।"

নিজৰ দেশ ইংলণ্ডত লবেকে জীৱিত কালত কাৰো পৰা সমাদৰ নাপালে। কঠোৰ সমালোচনাই তেওঁৰ মনত বিষাদৰ ছাঁ বহুৱাইছিল,

গভীৰ বেখাপাত পেলাইছিল। ভগ্ন স্বাস্থ্য, ক্লেশদায়ক আৰ্থিক দুৰৱস্থাত জৰ্জৰিত হৈ ইংৰাজ জাতিটোৰ প্ৰতি তেওঁৰ বিদ্বেষৰ ভাব প্ৰবল হৈছিল। লবেন্সে প্ৰায়ে কৈছিল, "ইংৰাজসকলৰ পৰম্পৰৰ ঘনিষ্ঠ সম্পৰ্কত আজি আউল লাগিছে"। অসহনীয় ব্যৱহাৰত লবেন্সে ইংলণ্ড এৰি বিদেশলৈ যাবলৈ বাধ্য হৈছিল। লেডী চাটাৰ্লিজ লাভাৰত সেই বুলি লণ্ডনৰ প্ৰভাৱ কমা নাছিল। ইংলণ্ডৰ দৃশ্যাৱলী, সামাজিক অৱস্থা, কলাকৃষ্টি ঐতিহ্যই ইয়াত দৰ্পণৰ দৰে প্ৰকাশ পাইছে। চেভাৰচেল চহৰৰ বৰ্ণনা, ইয়াত থকা কয়লাখনিৰ আলোচনা, চাটাৰ্লি প্ৰাসাদৰ বিৱৰণী লবেন্সৰ লিখনিত মনোৰম হৈ প্ৰকাশ পাইছে। বিদেশলৈ গৈ লবেন্সে অৱশেষে নিজৰ দেশক বেছিকৈ উপলব্ধি কৰিছিল। ইংৰাজ জাতিয়ে বিশ্ব-দৰবাৰত যিবোৰ দান দিছে—সেইবোৰ যে কিমান বহুমূলীয়া লবেন্সে স্বীকাৰ কৰিছে। "বিদেশ ভ্ৰমণে লবেন্সৰ ভাবধাৰা বহুত পৰিবৰ্তন কৰিলে", এইবুলি এজন সমালোচকে লেডী চাটাৰ্লি পঢ়ি মত দিছিল।

'ৰেইনবো'ত নিজৰ দেশৰ প্ৰতি স্বদেশপ্ৰেম গভীৰ বিশ্বাসেৰে প্ৰতিফলিত হোৱা নাছিল। 'উইমেন ইন লাভ'ত যান্ত্ৰিক যুগৰ প্ৰাদুৰ্ভাৱৰ দ্বাৰা বিদগ্ধ হোৱা ইংৰাজ জাতিক লবেন্সে গৰিহণা দিছিল। লবেন্সৰ এই কাৰ্য্য গ্ৰহণযোগ্য নাছিল। কল্পনাপ্ৰসূত অনেক ভবিষ্যত বিপদৰ কথা ইয়াত দাঙি ধৰা হৈছিল। এইবোৰ অত্যন্ত নিৰস আৰু অন্তঃসাৰশূন্য যুক্তি। কিন্তু "লেডী চাটাৰ্লিজ লাভাৰ"ত নাৰী সত্তাৰ প্ৰাণ প্ৰাচুৰ্য্যৰ বিষয়ে, আভিজাত্যভৰা নিষ্ক্ৰিয় জীৱনৰ বিষয়ে, ৰসাল বৰ্ণনাৰে সকলোৰে মন আকৰ্ষণ কৰিছে। জটিল সমস্যাৰ কাৰ্য্যাৱলী ভগ্ন ভগ্ন কৰি কহিয়াই বিচাৰ আৰু দক্ষতাৰে লবেন্সে প্ৰকাশ কৰিবলৈ সক্ষম হৈছে। যৌন আবেদনৰ বিষয়ে দাঙি ধৰা অনেক যুক্তি সভ্য সমাজত গ্ৰহণযোগ্য নহয়। লেডী চাটাৰ্লিয়ে যেতিয়া সত্য ঘটনা প্ৰকাশ কৰি ক্লিফোৰ্ডক কৈছিল, "আগন্তুক সন্তানৰ পিতা প্ৰকৃততে মেলৰচহে", তেতিয়া ক্লিফোৰ্ড গৰজি উঠিছিল

আৰু কণিক জন্ম কৰিবলৈ বিবাহ বিচ্ছেদ নকৰে বুলি গুভোতাই পঠাইছিল। এনে ধৰণৰ ব্যভিচাৰ ইংৰাজ জাতিৰ আভিজাত্যপূৰ্ণ বংশধৰ এজনে সহ্য কৰে কেনেকৈ ?

লৰেঞ্চৰ যৌনতত্ত্বই সামাজিক, নৈতিক আৰু স্বাভাৱিক সৌন্দৰ্য্য-বোধত ধুমুহাৰ সৃষ্টি কৰিছিল। ঘটনাৰ বৰ্ণনা কৰোঁতে লৰেঞ্চে বাস্তৱ সমাজখনলৈ পাহৰি গৈছিল। অশ্লীলতা বুলি দহজনে যি বুজে লৰেঞ্চে হয়তো তাক বিপৰীত বুজিছিল। লৰেঞ্চে আবেগৰ মাজত ডুব গৈ যৌন পৰিতৃপ্তিৰ বহুতো কথা লিখি গৈছে। সাধাৰণ শিক্ষাৰে ডাঙৰ হোৱা লৰেঞ্চে পৰ-পত্নী ফ্ৰায়েডাক পলুৱাই নি পাচত বিয়া কৰাইছিল। লৰেঞ্চ নিজৰ শৃঙ্খলাবিহীন জীৱনৰ বাবে অনেক সময়ত আইনৰ আগত দোষী প্ৰতিপন্ন হৈছিল। অৱশ্যে ফ্ৰায়েডাৰ সান্নিধ্যত লৰেঞ্চে অনেক প্ৰতিশ্ৰুতি, অনেক সন্তোষ লাভ কৰিছিল। ফ্ৰায়েডাৰ উৎসাহ-উদ্দীপনাতে শেষ বয়সত লৰেঞ্চে নিৰ্জনতাত বহি লেডী চাটাৰ্লিজ লাভাৰ লিখি উলিয়ালে। ইংৰাজী সাহিত্যত যৌন আবেদনক সাহসেৰে লৰেঞ্চে উচ্চ আসন দি গ'ল। তেওঁৰ আগতে সম্ভৱ কোনেও যৌন বাসনাক ইমান বলিষ্ঠ ভাষাৰে প্ৰকাশ কৰিবলৈ আগবঢ়া নাছিল।

লৰেঞ্চৰ লেডী চাটাৰ্লিজ লাভাৰৰ বিষয়ে মতামত দিয়াটো ব্যক্তিগত ৰুচিৰ ওপৰত নিৰ্ভৰ কৰে। অস্পষ্ট দিয়া মতামতৰ ওপৰত ভিত্তি কৰি নিজে ভালকৈ নপঢ়াকৈ মতামত দিয়াটো যুক্তিসংগত কথা নহয়। বিভিন্ন দেশৰ মানুহে লেডী চাটাৰ্লিজ লাভাৰ পঢ়িছে··· বছৰৰ পাছত বছৰ ধৰি। অনেকে লৰেঞ্চক গালি দিছে, অনেকে তেওঁক উচ্চ বাক্যেৰে প্ৰশংসা কৰিছে। ইয়াত থকা অদ্ভুত সামাজিক দৰ্শন, ভাষাক্ৰম, অশ্লীল বৰ্ণনা কটু সমালোচনাৰ বিষয়বস্তু। প্ৰথমতে প্ৰকাশ পাওঁতে চাৰিওফালে হৈ-চৈ লাগিছিল। ইংৰাজী সাহিত্যত কেলেংকাৰী, অশ্লীল ৰচনা বুলি ইয়াৰ প্ৰচাৰ মুকলি বজাৰৰ পৰা আঁতৰ কৰা হৈছিল। ১৯৫৯ চনত আমেৰিকাৰ গ্ৰভপ্ৰেছে লেডী

চাটাৰ্লিজৰ পূৰ্ণ পাণ্ডুলিপি ছপা কৰি উলিয়ায়। অশ্লীল সাহিত্য প্ৰকাশ কৰা অপৰাধত মাৰ্কিন চৰকাৰৰ পোষ্টমাষ্টৰ জেনেৰেলে গ্ৰন্থপ্ৰেছক দোষী কৰে আৰু সকলো ছপা পুথি বাজেয়াপ্ত কৰে। আইনৰ আশ্ৰয় লৈ অনেক মেল-মোকৰ্দমা চলাৰ পাচত ইয়াৰ ওপৰত জাৰি কৰা নিষেধাজ্ঞা উঠাই লোৱা হ'ল।

১৯২৯ চনৰ পৰা ১৯৬১ চনলৈকে লেডী চাটাৰ্লিৰ বিভিন্ন দেশৰ আদালতত বিচাৰ চলিল। ১৯৬০ চনত পেংগুইন প্ৰকাশনে মূল গ্ৰন্থখনি পৰিবেশন কৰি ছপোৱাৰ দিহা কৰিলে। পেংগুইনৰ ওপৰত আদালতৰ বিচাৰ আৰম্ভ হ'ল। এই বিচাৰত চৰম উত্তেজনাৰ মাজেদি লেডী চাটাৰ্লিয়ে মুক্তি পালে। নিৰ্দোষ বুলি আদালতে ৰায় দিলে। প্ৰথম প্ৰকাশৰ সুদীৰ্ঘ ত্ৰিশ বছৰৰ পাচত ইংৰাজ পঢ়ুৱৈসকলে মূল লেডী চাটাৰ্লিজ পঢ়িবলৈ সুবিধা পালে। ভাৰতবৰ্ষতো ১৯৬১ চনত এই উপন্যাসে বিচাৰৰ সন্মুখীন হৈছিল।

সাহিত্য জগতত অমৰ খ্যাতি লাভ কৰা সৌভাগ্য লেডী চাটাৰ্লিৰ ভাগ্যত লেখা আছিল। বিষয় প্ৰসঙ্গ আৰু ইয়াৰ সুন্দৰ বৰ্ণনাত লেডী চাটাৰ্লিজ লাভাৰে ইউলেচিচৰ দৰে অতুলনীয় গ্ৰন্থৰূপে স্বীকৃতি লাভ কৰিছে। য়েটছ, বাৰ্ণাৰ্ড শ্ব' প্ৰভৃতি বিখ্যাত মনীষীসকলে ইয়াক অপূৰ্ব ভাষাৰে বখানিছে। য়েটছে লৰেঞ্চৰ মৃত্যুৰ তিনি বছৰৰ পাচতহে লেডী চাটাৰ্লিজ পঢ়িছিল। পঢ়ি তেওঁ মুগ্ধ হৈ লৰেঞ্চৰ হকে প্ৰশংসাৰ বাণী প্ৰচাৰ কৰিছিল।

বাৰ্ণাৰ্ড শ্ব'ৰে কৈছিল যে লেডী চাটাৰ্লিজ লাভাৰ বিবাহযোগ্যা কন্যাৰ বাবে উৎকৃষ্ট উপহাৰ। আধুনিক যুগৰ বহুতো চতুৰ উপন্যাস লেখকতকৈ লৰেঞ্চৰ দৃষ্টিভংগী বহুত উন্নত আছিল। কলেজীয়া পাঠ পাঠকৰ বাবে এই উপন্যাস গ্ৰন্থাগাৰত থকাটো বাঞ্ছনীয় কথা। চিন্তাৰ বিষয়বস্তু স্বৰূপে লেডী চাটাৰ্লিজ এক নিৰ্দোষী প্ৰণয় গ্ৰন্থ।

# মাইন কাম্ফ

গ্ৰন্থ এবিধ প্ৰাণহীন নিষ্ক্ৰিয় অসাৰ পদাৰ্থ বুলি যিসকলে বিবেচনা কৰে, গ্ৰন্থ লেখকক যিসকলে যোগ্য ভোগ্য ভৌতিক পৃথিবীৰ আঁতৰত বাস কৰা এবিধ নিৰাপদ প্ৰাণী বুলি বিদ্ৰূপ কৰে, সেইসকল সমালোচকে মানৱ বুৰঞ্জীৰ ঘটনাসমূহলৈ ভালকৈ চকু ফুৰালে তেওঁলোকৰ এই ভ্ৰান্তিমূলক ধাৰণা দূৰ হবলৈ সৰহ সময় নালাগিব। গ্ৰন্থ সজীৱ, প্ৰাণৱন্ত মানৱ দৰ্পণ। ইয়াৰ শক্তি অপৰাজেয়। এখন ৰাষ্ট্ৰৰ উন্নতিত ই অফুৰন্ত প্ৰেৰণা প্ৰদান কৰি আগবঢ়াই লৈ যাব পাৰে, আনহাতে ভ্ৰান্তিযুক্ত স্বেচ্ছাচাৰী শাসকৰ উৎপীড়নৰ প্ৰধান উৎস স্বৰূপে, অসৎ উদ্দেশ্য সাধনৰ কাৰ্য্যকৰী পন্থা হিচাপে গ্ৰন্থই বিৰাট বিপৰ্য্যয়ৰ সূচনা কৰিব পাৰে। হিটলাৰৰ "মাইন কাম্ফ", কাৰ্ল মাৰ্ক্সৰ "দাস কেপিটেল", ষ্টেলিনৰ বৃহত্তম ৰচনাৱলীৰ মাজৰ পৰা যি উল্কাপাতৰ সৃষ্টি হৈছিল, ভাবিলে তবধ মানিব লাগে।

সাহিত্যক প্ৰচাৰৰ বাহনৰূপে ব্যৱহাৰ কৰা মনোভাব আজিৰ নহয়। হিটলাৰ-মুছোলেনীৰ আমোলত কেচিষ্ট সাহিত্যই ৰাজনীতিৰ স্বৰূপ বুলি স্বীকৃতি লাভ কৰিছিল।

হীন প্ৰচাৰ, মিছা প্ৰচাৰ, অতিৰঞ্জিত প্ৰচাৰ সাহিত্যৰ ধৰ্ম নহয়। মানৱ সমাজক সত্যবোধৰ প্ৰতি আকৃষ্ট কৰা—ইয়াৰ

প্ৰচলিত ধৰ্ম। মানৱ সমাজৰ লগত জড়িত সমস্যাসমূহ সাহিত্যই দৰ্পণৰ দৰে দাঙি ধৰে; কিন্তু প্ৰচাৰ কাৰ্য্যৰ দ্বাৰা এনে কাম সম্ভৱ নহয়। প্ৰচাৰ কাৰ্য্যই যেতিয়া ইয়াৰ ঠেক সীমা পাৰ হৈ বৈজ্ঞানিক, মনস্তাত্বিক ব্যাখ্যাৰে মানৱগোষ্ঠীৰ বহল অন্তঃস্থল স্পৰ্শ কৰি সমস্যা সমাধানত সহায় কৰে তেতিয়া সেই প্ৰচাৰে সাহিত্যৰূপে সমাদৰ লাভ কৰে। চাৰ্চিলৰ যুদ্ধকালীন বক্তৃতা, নেহৰুৰ বিভিন্ন আলোচনা, ডঃ সৰ্বপল্লী ৰাধাকৃষ্ণণৰ ৰাষ্ট্ৰপতি স্বৰূপে দিয়া সাৰগৰ্ভ ভাষণ প্ৰচাৰৰ যোগেদি প্ৰকাশ পোৱা উপাদেয় সাহিত্য। এইবোৰৰ ভাবধাৰাত এক চিৰন্তন সত্য সোমাই আছে। ইয়াৰ উপাদানে বিশ্বসাহিত্য নিঃসন্দেহে চহকী কৰিছে। কুৰি শতিকাত প্ৰচাৰ কৌশলৰ সন্দৰ্ভত লেখা হিটলাৰৰ 'মাইন কাম্ফ' উন্নত আক্ৰোশৰ কাল ধুমুহাৰে আক্ৰান্ত এখন বিস্ময়পূৰ্ণ বিবদমান গ্ৰন্থ। জাৰ্মান জাতিৰ ই আছিল উৎকৃষ্ট অৱদান। "পৰম পবিত্ৰ ৰাজনীতিৰ বাইবেল"।

যেতিয়া দহ বছৰতকৈও অধিক কালজুৰি চলোৱা হিংসাত্মক আন্দোলনৰ ভিতৰেদি ১৯৩৩ চনত নাৎসী দলৰ নেতৃত্বৰ অধিষ্ঠিত এডলফ্ হিটলাৰে জাৰ্মানীৰ শাসনভাৰ হস্তগত কৰি বিজয় গৌৰৱৰ নিচান উৰুৱালে, তেতিয়া বিশ্বজগত শঙ্কিত হৈ উঠিছিল। অনেক ৰাষ্ট্ৰত ত্ৰাসৰ সঞ্চাৰ হৈছিল। এই শাসন প্ৰতিষ্ঠা হৈছিল প্ৰতিহিংসাৰ মাজেদি, নিৰ্মম অত্যাচাৰৰ ভিতৰেদি। নাৎসীবাদৰ উত্তপ্ত ৰাজনীতিয়ে সকলো গণতান্ত্ৰিক ব্যৱস্থা ৰোধ কৰিলে, বহুতো সংঘত পৰিবৰ্তন দেখা দিলে, গীৰ্জাৰ প্ৰচলিত ৰীতি-নীতিত আশঙ্কাই দুঃচিন্তা ঘনীভূত কৰিলে। বিৰুদ্ধ মতবাদক হিটলাৰে কঠোৰ হাতেৰে দমন কৰিবলৈ উঠি-পৰি লাগিল। ইহুদী জাতিক সমূলে বিনাশ কৰিবলৈ নৰমেধ যজ্ঞ আৰম্ভ হ'ল। সমপৰ্য্যায়ৰ প্ৰায়বিলাক বন্ধু-ৰাষ্ট্ৰৰ লগত জাৰ্মানীৰ শত বিৰোধে দেখা দিলে।

হিটলাৰে লিখা 'মাইন কাম্ফ' (মোৰ সংগ্ৰাম) খনৰ মূল সংস্কৰণ অকল জাৰ্মান দেশত সীমাবদ্ধ থাকিল। আন্তঃৰাষ্ট্ৰীয় কপি ৰাইটৰ

নিয়ম অনুসৰি ইয়াৰ সম্পূৰ্ণ পাঠ অন্য ৰাষ্ট্ৰত প্ৰচাৰ হ'ব নোৱাৰিছিল। ইয়াৰ সংশোধনী তাণ্ডৰণ মাত্ৰ ইংৰাজী, ফৰাচী আৰু আন আন য়ুৰোপীয় ভাষাত প্ৰকাশ পাইছিল। যিসকলে মূল জাৰ্মান সংস্কৰণ, 'মাইন কাম্ফ' পঢ়িবলৈ সুবিধা পাইছে সেইসকলে হিটলাৰৰ আশা-আকাঙ্ক্ষাৰ বিস্তৃত বিৱৰণীৰ বিষয়ে জানিবলৈ সুবিধা পাইছে। অনুবাদ গ্ৰন্থতো হিটলাৰৰ অদ্ভুত কাৰ্য্যাৱলীৰ ভয়াবহ বৰ্ণনা প্ৰকাশ পাইছে। হিটলাৰৰ বিৰাট কল্পনাৰ অনেক কথাই আমাক আকৃষ্ট কৰে, বিস্ময়ৰ সূচনা কৰে।

'মাইন কাম্ফ' প্ৰকৃততে সেই যুগৰ প্ৰচাৰ কাৰ্য্যৰ অভূতপূৰ্ব নিদৰ্শন। এজন বিচাৰকে এই গ্ৰন্থক কুৰি শতিকাৰ 'বৃহত্তম অপৰাধ গ্ৰন্থ' বুলি বৰ্ণনা কৰিছিল। 'মাইন কাম্ফ'ৰ আদৰ্শত বলিয়ান হৈ জাৰ্মান জাতিৰ দৰে সুসভ্য জাতি এটাই ধ্বংসমুখী উন্মত্ত ৰাজনীতিৰ আশ্ৰয় লৈছিল। দ্বিতীয় মহাসমৰৰ সময়ছোৱাত অকল জাৰ্মানীতে এই গ্ৰন্থৰ পঞ্চাশ লাখতকৈও অধিক কপি বিক্ৰী হৈছিল। মাইন কাম্ফে জাৰ্মান জাতিক মন্ত্ৰমুগ্ধ সাপৰ দৰে মোহগ্ৰস্ত কৰিছিল।

'মাইন কাম্ফ'ৰ আৰম্ভণিতে হিটলাৰে তেওঁৰ আগ বয়সৰ বৃত্তান্ত বৰ্ণনা কৰিছে। অষ্ট্ৰিয়াৰ Brannan চহৰত হিটলাৰৰ জন্ম হৈছিল। এই চহৰ জাৰ্মানীৰ সীমামূৰীয়া ৰাইন নদীৰ পাৰত অৱস্থিত, হিটলাৰ ভিয়েনাত ডাঙৰ-দীঘল হৈছিল, অতি দুৰ্যোগৰ ভিতৰেদি। হতাশা, বিপৰ্য্যয়, কঠিন আৰ্থিক সমস্যাই হিটলাৰৰ চেমনীয়া কালছোৱা দুঃখজনক কৰি তুলিছিল। হিটলাৰে নিজকে অষ্ট্ৰিয়াবাসী বুলি নকৈ জাৰ্মান বুলি কৈহে গৌৰৱ অনুভৱ কৰিছিল। ভিয়েনাবাসীৰ সহজ-সৰল, আনন্দমুখৰ জীৱন যাত্ৰাত তেওঁ কোনোদিনেই সন্তোষ পোৱা নাছিল। যকৰা জীৱনত হিটলাৰে সদায় ব্যৰ্থতাৰ সন্মুখীন হ'ব-লগীয়া হোৱাত তেওঁৰ মন সৰু কালৰে পৰা বিদ্ৰোহী ভাৱাপন্ন হৈ পৰিছিল। সকতে মাক-বাপেকক হেৰুৱাই পঢ়াশলীয়া শিক্ষা তেৰ বছৰ বয়সতে সাং কৰি হিটলাৰে ভিয়েনা চহৰত অনাই-বনাই

ঘূৰি ফুৰিছিল। চাকৰিৰ অন্বেষণত তেওঁ বিফল হৈছিল। চিত্ৰকৰ হ'বলৈ কৰা সকলো প্ৰচেষ্টা উৎসাহৰ অভাৱত অথলে গৈছিল।

গৃহ-নিৰ্মাণ অনুষ্ঠান এটাত কিছুদিন কাম কৰি হিটলাৰে কিছু সকাহ পাইছিল যদিও নিজৰ দোষত এই চাকৰি তেওঁ এৰি দিবলৈ বাধ্য হয়। ভিয়েনাত থকাৰ সময়ত হিটলাৰে অনেক গ্ৰন্থ অধ্যয়ন কৰিছিল বুলি 'মাইন কাম্ফ'ত উল্লেখ আছে। তেওঁ বুৰঞ্জীৰ প্ৰতি বিশেষ আকৃষ্ট হৈছিল'। বিশেষকৈ ফ্ৰেঙ্কো প্ৰোচিয়ান (Franco Prussian) যুদ্ধৰ সন্দৰ্ভত লেখা প্ৰবন্ধাৱলীয়ে হিটলাৰক অনুপ্ৰাণিত কৰিছিল। তেওঁ জাৰ্মান জাতিক মনে-প্ৰাণে ভালপোৱাৰ উৎস এই প্ৰবন্ধাৱলী বুলি ক'ব পাৰি। তেওঁ বিশ্বাস কৰিছিল যে জাৰ্মান জাতি ভগবানৰ শ্ৰেষ্ঠ দান। ইয়াৰ শক্তি অফুৰন্ত। জগতত জাৰ্মান জাতিয়ে প্ৰবল শক্তিৰ পৰিচয় দিব লাগিব। ইহুদী জাতি জাৰ্মানীৰ ঘোৰ শত্ৰু। বলশ্বেভিক আৰু আন আন শ্লেভ জাতীয় লোক সকলো জাৰ্মান জাতিৰ শত্ৰু। "ইহুদীবোৰ অৰ্থ-পিপাসু, হৃদয়হীন, নৰপিশাচ। বলশ্বেভিকৰ কোনো ঐতিহ্য নাই, পৰম্পৰা নাই। শ্লেভ বংশধৰসকলৰ লগত জাৰ্মান জাতিৰ মিত্ৰতা সম্ভৱ নহয়। কোনো বিষয়তে জাৰ্মান সকলৰ লগত তেওঁলোকৰ মিল নাই, তুলনা নাই।"

ভিয়েনাত থকা কালত হিটলাৰে ছোচিয়েল ডেমক্ৰেট্ দলৰ সংস্ৰৱলৈ আহি কমিউনিষ্ট বিৰোধী মতবাদ গ্ৰহণ কৰে। দলৰ একজন শৃঙ্খলাবদ্ধ কৰ্মী স্বৰূপে কাম কৰি তেওঁ সুনাম অৰ্জন কৰিছিল। কমিউনিষ্টসকলক ঘৃণাৰ চকুৰে চাই মাৰ্ক্সবাদক তেওঁ বিৰূপ সমালোচনা কৰি ফুৰিছিল। কাৰ্লমাৰ্ক্সৰ ডাছ কেপিটেল হিটলাৰে পঢ়িছিলনে নাই 'মাইন কাম্ফ'ত তাৰ উল্লেখ নাই। গণতন্ত্ৰকো তেওঁ কঠোৰ বাক্যৰে সমালোচনা কৰিছিল। হিটলাৰে কৈছিল, "এই পদ্ধতি দুৰ্বলতাৰ প্ৰতীক বিশৃঙ্খল জনতাৰ বিকৃত মতবাদ। জনতা শাসনৰ ফল ভাল বুলি ক'ব নোৱাৰি। ইয়াৰ নেতাসকলৰ নৈতিক

মানদণ্ড নিম্ন থাপব। এওঁলোকব দায়িত্ববোধতকৈ ক্ষমতাৰ লোভ বেছি প্ৰবল।”

১৯১২ চনত হিটলাৰে ভিয়েনাৰ পৰা উঠি আহি মুনিচত (Munich) থাকিবলৈ লয়। মুনিচক তেওঁ মনে-প্ৰাণে ভাল পাইছিল, ইয়াক নিভাজ জাৰ্মান চহৰ বুলি তেওঁ বৰ্ণনা কৰিছিল। ইয়াত থকাৰ দুবছৰ পিচত প্ৰথম মহাসমৰ আৰম্ভ হোৱাত হিটলাৰে সৈন্য বাহিনীত যোগ দিয়ে আৰু অসীম বিক্ৰমৰ পৰিচয় দিয়ে। ইয়াৰ ফল স্বৰূপে তেওঁ কৰপোৰেল মৰ্য্যাদা লাভ কৰে। কিন্তু দুৰ্ভাগ্যক্ৰমে যুদ্ধত জাৰ্মানীৰ পৰাজয় ঘটাত হিটলাৰে বিষাক্ত গেচৰ দ্বাৰা আক্ৰান্ত হৈ কিছুদিন ৰোগগ্ৰস্ত হৈ থাকিব লগাত পৰিল। জাৰ্মানীৰ পৰাজয়ৰ মূলতে ইহুদী জাতিৰ বিশ্বাসঘাতকতা, মাৰ্ক্সবাদী আৰু পেচিফিষ্টসকলৰ শত্ৰুতা বুলি হিটলাৰে বৰ্ণনা কৰিছে। তেওঁলোকৰ ওপৰত সেইবাবে তেওঁৰ ক্ষোভ দুগুণে চৰিছিল। যুদ্ধৰ পিচত জাৰ্মানীত গণতান্ত্ৰিক চৰকাৰ প্ৰতিষ্ঠা হ'ল। হিটলাৰে এনে চৰকাৰ সমৰ্থন কৰা নাছিল। বৰং ইয়াৰ বিৰোধী কাৰ্য্যকলাপত আগ ভাগ লৈছিল।

হিটলাৰে মুনিচত জীৱিকা অৰ্জনৰ বাবে এটা চাকৰিত ভৰ্ত্তি হয়। ই আছিল ৰাজনৈতিক বাতৰি-যোগনিয়াৰৰ কাম। সৈন্য বাহিনীৰ সদৰ কাৰ্য্যালয়ত কৃতকাৰ্য্যতাৰে এই কাম কৰি হিটলাৰৰ ৰাজনীতিলৈ হেঁপাহ জন্মে। সুবিধা পাই পিচত তেওঁ শ্ৰমিক দলত যোগ দি সক্ৰিয় ৰাজনীতিত অংশ গ্ৰহণ কৰে। জাৰ্মানী শ্ৰমিক দলটো “নেচনেল ছ'চিয়েলিষ্ট ৱৰ্কাৰচ পাৰ্টি” নামে জনাজাত আছিল। এই পাৰ্টিৰ পৰাই পিচত বিখ্যাত নাৎসীদল গঠন হৈছিল বুলি কব পাৰি। হিটলাৰৰ ব্যক্তিত্ব আৰু নেতৃত্ব কৰাৰ ক্ষমতা আছিল অতুলনীয়। অলপ দিনৰ ভিতৰতেই দলৰ নেতৃত্ব কৰাৰ দায়িত্ব হিটলাৰে লাভ কৰে। মুখ্য নেতা স্বৰূপে হিটলাৰে দলৰ বহুতো নিয়ম-কানুন পৰিবৰ্ত্তন কৰি দলপতিৰ ক্ষমতা বৃদ্ধি কৰিলে।

হিটলাৰৰ কূটনীতিৰ প্ৰভাৱত ভোটৰ দ্বাৰা কাৰ্য্যসূচী নিৰ্ণয় কৰা প্ৰচলিত প্ৰথা বন্ধ কৰা হ'ল। ইহুদী দমন, আইন সভা নিষ্ক্ৰিয়কৰণ আদি গণতন্ত্ৰবিৰোধী কাৰ্য্যকলাপ বৃদ্ধি পালে। পাৰ্টিৰ প্ৰধান নেতা বা ফিউৰাৰ ( Fuhrer )ৰ বিনা অনুমতিত কোনো কাম নকৰিবলৈ পাৰ্টিৰ সকলো সভ্যই শপত গ্ৰহণ কৰি হিটলাৰৰ আনুগত্য স্বীকাৰ কৰিলে।

১৯২৩ চনত জেনেৰেল লুডেনড্ৰফে জাৰ্মান চৰকাৰৰ বিৰুদ্ধে বিদ্ৰোহ কৰে। হিটলাৰে সুযোগ পাই এই বিদ্ৰোহত যোগ দি লুডেনড্ৰফক পূৰ্ণ সহায় আগবঢ়ালে আৰু পাৰ্টিৰ প্ৰায় ২৭,০০০ সভ্যৰে গঠিত এটা বাহিনীৰে মুনিচত চৰকাৰৰ বিৰুদ্ধে বিক্ষোভ প্ৰদৰ্শন কৰিলে। হিংসাত্মক কাৰ্য্যত লিপ্ত হৈ হিটলাৰ বন্দী হ'ল। তেওঁৰ যোল গৰাকী অনুচৰক ৰাজপথত চৰকাৰে গুলীয়াই মাৰি বিদ্ৰোহ দমন কৰিলে। বিচাৰত হিটলাৰৰ পাঁচ বছৰ কাৰাদণ্ডৰ আদেশ হ'ল। অৱশ্যে এবছৰ কাৰাদণ্ড ভোগ কৰিয়েই তেওঁ মুক্তি লাভ কৰিলে।

লেণ্ডছবাৰ্গৰ বেভেৰিয়ান দুৰ্গত বন্দীৰূপে দিন যাপন কৰোঁতে হিটলাৰে নিজৰ আত্মকথা লিখিবলৈ আৰম্ভ কৰে। প্ৰকৃততে 'মাইন কাম্ফ'ক লিখিত গ্ৰন্থতকৈও কথিত আত্মচৰিত বুলিহে কব পাৰি। হিটলাৰৰ লগত বন্দী জীৱন যাপন কৰা প্ৰিয় সহযোগী ৰুডলফহেছক বৰ্ণনা কৰা কাহিনীসমূহো 'মাইন কাম্ফ'ত ঠাই পাইছে। কথাবোৰ হিটলাৰে টাইপ যন্ত্ৰেৰে লিপিবদ্ধ কৰি গৈছিল দিনৰ পিচত দিন, মাহৰ পিচত মাহ ধৰি। প্ৰথম খণ্ড সমাধা কৰি গ্ৰন্থখনিৰ নাম দিয়া হৈছিল—"অসত্যতা, নিৰ্বোধতা আৰু ভীৰুতাৰ বিৰুদ্ধে চাৰি বছৰ ছমাহ জোৰা সংগ্ৰাম"।

(Four and half years of struggle against lies, stupidity and cowardice)। মুনিচৰ বিদ্ৰোহত ( Beer all Putsch) নিহত হোৱা যোলজন কৰ্মী বন্ধুৰ নামত এই গ্ৰন্থ উৎসৰ্গা

কৰা হৈছিল। ইয়াৰ দ্বিতীয় খণ্ড ১৯২৬ চনত Berchtesgardenত হিটলাৰে সম্পূর্ণ কৰে। তেতিয়াৰ পৰা এই গ্ৰন্থ 'মাইন কাম্ফ' নামে জনাজাত হৈ পৰিল।

এজন সমালোচকে 'মাইন কাম্ফ'ৰ বিষয়ে কৈছিল যে ইয়াৰ শতকৰা দহ ভাগ হিটলাৰৰ আত্ম-জীৱনী, নব্বৈ ভাগ হিটলাৰৰ অদ্ভুত কল্পনাৰ ব্যাখ্যা আৰু ১০০ ভাগ ফেচীবাদী প্ৰচাৰ কৌশল। সাহিত্য স্বৰূপে ইয়াৰ মূল্য নগণ্য, ভাব-ভাষাৰ সমিলমিল নাই। মাত্ৰ পৰিস্থিতিয়ে গ্ৰন্থখন বিশ্ববিখ্যাত কৰি তুলিলে।

লুডউইগ্ লোৰ নামৰ সমালোচক এজনে লিখিছিল, "১৯৩৩ চনত জাৰ্মান জাতিয়ে আৰ্থিক আৰু মানসিক বিপৰ্য্যয়ৰ সম্মুখীন হৈছিল।" এই বিপৰ্য্যয়ৰ সুবিধা লৈ ফেচিষ্টসকলে তেওঁলোকৰ ভয়াবহ মতবাদ জাৰ্মানসকলৰ মাজত প্ৰচাৰ কৰিবলৈ সমৰ্থ হৈছিল। জাৰ্মান-সকলে স্বাভাৱিক অৱস্থা ঘূৰাই আনিবলৈ, জাতীয় সন্মান পুনৰ প্ৰতিষ্ঠা কৰিবলৈ অহোপুৰুষাৰ্থ কৰিছিল। কিন্তু এই উত্তমত চেঁচাপানী ঢালিছিল তেওঁলোকৰ মাজত থকা বিৰাট মতানৈক্যই। প্ৰতিক্ৰিয়াশীল দলৰ হেঁচাত এওঁলোকে গা দাঙি উঠিব পৰা নাছিল। পুনৰ প্ৰতিষ্ঠা আন্দোলনত ৰৰঙনি যোগাব পৰা প্ৰায়বোৰ সামাজিক, ৰাজনৈতিক দলৰ মাজত দ্বন্দ্ব-খৰিয়াল লাগি দেশখন জুৰুলা হৈছিল। এই বিপৰ্য্যয়ত জাৰ্মানীৰ ৰাজনৈতিক অৱস্থা ন যযৌ ন তস্থৌ হৈ পৰাত সমাজবিৰোধী, লাভুখোৰ, ক'লা বজাৰৰ মালিক, মুনাফাদাৰ আদিয়ে সকলো প্ৰকাৰৰ অসৎ উপায় প্ৰয়োগ কৰি জনসাধাৰণক শোষণ কৰিছিল। জাৰ্মান জাতিৰ নৈতিক চৰিত্ৰত ভাঙন ধৰি দেশখনক জুৰুলা কৰিছিল। হিটলাৰে জাৰ্মান জাতিৰ এই অধঃ-পতনৰ ভয়াবহ দৃশ্যটো গভীৰভাবে লক্ষ্য কৰিছিল আৰু কেনেকৈ এই দুৰ্যোগৰ পৰা দেশ আৰু জাতিক উদ্ধাৰ কৰিব তাৰ উপায় বিচাৰিছিল। মুছোলেনীৰ অভূতপূৰ্ব সাফল্যই হিটলাৰক ফেচিষ্ট-বাদলৈ আকৃষ্ট কৰিছিল। নিজৰ বিৰাট দক্ষতা আৰু কঠোৰ

পৰিশ্ৰমৰ দ্বাৰা হিটলাৰে নাৎসী দল গঠন কৰিছিল। ইয়াৰ যোগেদি জাৰ্মান জাতিক ভাঙনমুখী অৱস্থাৰ পৰা উদ্ধাৰ কৰিবলৈ তেওঁ দৃঢ় প্ৰস্তুতি চলাইছিল। নাৎসীবাদৰ সুপৰিকল্পিত কাৰ্য্যসূচীৰ প্ৰতি জনতাক সহজে আকৃষ্ট কৰিবলৈ হিটলাৰে সুচতুৰ প্ৰচাৰ-কৌশল হাতত লৈছিল সুদক্ষ জনবক্তী বিষয়াৰ যোগেদি। অনেকে দলৰ প্ৰতি শকত ধনৰ পুঁজি আগ বঢ়াইছিল।

জাৰ্মানীত হিটলাৰৰ প্ৰভাৱ উত্তৰোত্তৰ বৃদ্ধি হ'ল নাৎসীবাদৰ বিস্তাৰৰ লগে লগে। দলৰ একছত্ৰী নেতা স্বৰূপে, মুখ্য কৰ্মকৰ্তা হিচাপে হিটলাৰে জাৰ্মানীত ফেচিষ্ট শাসনৰ পাতনি মেলি বিশ্বজগতত এক নতুন অধ্যায়ৰ সূচনা কৰিলে। 'আইনকক্', 'আইন বাইস্' আৰু 'আইন ফিউৰাৰ' (এটা জাতি, এখন আইন সভা বা চৰকাৰ আৰু এজন নেতা) জাৰ্মান জাতিৰ মূলমন্ত্ৰ হৈ পৰিল।

'মাইন কাম্ফ'ত জাৰ্মান জাতিৰ জয়গান গোৱা হৈছে, জাৰ্মান-সকলৰ আঁতি-গুৰি, বিবাট ঐতিহ্য, পৰম্পৰা, কাহিনী 'মাইন কাম্ফে' দাঙি ধৰিছে। হিটলাৰৰ মতে মনুষ্য জাতিক প্ৰধানকৈ তিনি ভাগত বিভক্ত কৰিব পাৰি। যেনে (১) সংস্কৃতিৰ সৃষ্টিকৰ্তা (The culture creator) ইয়াৰ ভিতৰত আৰ্য্য বংশধৰসকলক পেলাব পাৰি। জাৰ্মান জাতি ইয়াৰ ভিতৰত পৰে। (২) সংস্কৃতিৰ বাহক, যেনে :—জাপানীসকল আৰু (৩) সংস্কৃতিৰ ধ্বংসকাৰী, যেনে :—ইহুদী আৰু নিগ্ৰোসকল। হিটলাৰৰ মতে সকলো জাতিক সমপৰ্য্যায়ত তুলনা কৰা যুক্তিহীন কথা। প্ৰকৃতিৰ বিচাৰত যেনেকৈ এজন ব্যক্তিৰ প্ৰকৃতিগত তাৰতম্য আছে, জাতিৰ ক্ষেত্ৰতো দুটা জাতিৰ ইটোৰ লগত সিটো জাতিৰ প্ৰভেদ থকাটো একো অস্বাভাৱিক কথা নহয়। কিছুমান জাতি উচ্চ আৰু কিছুমান হীন স্বৰূপে এই বিচিত্ৰ পৃথিৱীত বাস কৰিছে। উদাহৰণ স্বৰূপে জাৰ্মানসকলৰ কৃষ্টি, সভ্যতা, অনেক সুসভ্য জাতিতকৈ শ্ৰেষ্ঠ, ইয়াৰ ঐতিহ্য-পৰম্পৰা বিশ্বজগতৰ অমূল্য সম্পদ। আনহাতে অষ্ট্ৰিয়ানসকল বিভিন্ন জাতিৰ

সংমিশ্রণত গঢ়ি উঠা তল খাপৰ জাতি। পোলেণ্ড, হাঙ্গেৰী, ৰুমানীয়ান আদিৰ সংস্পৰ্শত অষ্ট্ৰিয়াৰ দুৰ্দশা মন কৰিবলগা। য'তে ত'তে ইহুদীৰ প্ৰতিপত্তিয়ে অষ্ট্ৰিয়াক জুকলা কৰিছে।

আফ্ৰিকাবাসীক হিটলাৰে ব্যঙ্গ কৰি কৈছিল, "অৰ্দ্ধ মানুহ অৰ্দ্ধ বান্দৰ এটাৰ মানসিক প্ৰতিক্ৰিয়াৰ ওপৰত গৱেষণা চলাই তাক আইনজ্ঞলৈ ৰূপান্তৰিত কৰা প্ৰচেষ্টা মানসিক বিকৃতিৰ পূৰ্বলক্ষণ। আনফালে উচ্চ আদৰ্শৰে প্ৰভাৱান্বিত সুচতুৰ ব্যক্তিয়ে সদবংশত জন্ম গ্ৰহণ কৰিও সুবিধাৰ অভাৱত দুখ-কষ্টৰে, বেদনা-হতাশাৰে দিন অতিবাহিত কৰিব লগাত পৰিছে। সাম্যবাদৰ নামত, জনতা শাসনৰ নামত বহু গুণী, বহু প্ৰতিভাশালী ব্যক্তি অৱহেলিত, লাঞ্ছিত হৈ নিঃকিন জীৱন অতিবাহিত কৰিছে। উপযুক্ত জাৰ্মান ডেকা থাকোঁতে আফ্ৰিকাৰ নিগ্ৰোবাসীক আনি সিহঁতক সুবিধা দি আৰামদায়ক জীৱন যাপনৰ পথ সুগম কৰি দিয়া বিশ্ব-প্ৰেম ত্যাগ কৰিবৰ সময় আহিল। জুলু কাফ্ৰীক উচ্চ দায়িত্ব সম্পৰ্কীয় কামত নিয়োগ কৰা দেশদ্ৰোহিতাৰ পৰিচয় মাথোন, জাৰ্মান ডেকা-গাভৰুৰ স্বাৰ্থত এইবোৰ কাৰ্য্যই কুঠাৰাঘাত কৰিছে।"

ফৰাচীৰ প্ৰতিও হিট্‌লাৰৰ আক্ৰোশ কম নাছিল, আফ্ৰিকাৰ লগত ফৰাচী চৰকাৰৰ সদভাৱক হিটলাৰে সন্দেহৰ চকুৰে চাইছিল। "ফ্ৰান্সৰ ঔপনিৱেশিক শাসন দুৰ্বল আৰু দোষযুক্ত। আফ্ৰিকাবাসীৰ লগত ঘনিষ্ঠ সংশ্ৰৱ ৰখা মানেই ফৰাচী তেজ কলুষিত কৰা, দোষিত কৰা।"

হিন্দু সভ্যতাৰ বিষয়ে হিটলাৰে কৈছিল, "হিন্দু সভ্যতাই মোক বহুত বিষয়ত আকৃষ্ট কৰিছে। ইয়াৰ ঐতিহ্যত গৌৰৱ নিহিত আছে। কিন্তু ইয়াৰ গুৰিয়ালসকলৰ দাম্ভিকতাপূৰ্ণ ব্যাখ্যাত মই প্ৰায়ে বিৰক্ত হওঁ। তেওঁলোকে বহুতো কথাৰ ভুল ব্যাখ্যা কৰি অতিৰঞ্জিত কৰি তোলে।......পোলিচ, চেক, ইহুদী, নিগ্ৰো আৰু এচিয়াটিক জাতিসমূহৰ পৰা জাৰ্মানীৰ উপকাৰ হোৱা সম্ভৱ নহয়। এওঁলোকৰ

কোনোৱে জাৰ্মানীক মনে-প্ৰাণে ভাল নাপায়। জাৰ্মানীত জন্ম গ্ৰহণ কৰিলেও, জাৰ্মান ভাষাক নিজ ভাষা বুলি গ্ৰহণ কৰিলেও হাড়ে-হিমজুৰে এওঁলোক প্ৰকৃত জাৰ্মান এজনৰ দৰে স্বদেশপ্ৰেমিক হ'ব নোৱাৰে।"

ইহুদী জাতিৰ প্ৰতি হিটলাৰৰ বিদ্বেষ অপৰিসীম। ইহুদীৰ প্ৰতি হিটলাৰৰ নিৰ্মম ব্যৱহাৰ এই বিদ্বেষৰ পৰিণতি। হিটলাৰে ইহুদী জাতিক সমূলে বিনাশ কৰি জাৰ্মান সংস্কৃতি ৰক্ষা কৰিবলৈ দৃঢ়সংকল্প লৈছিল। 'মাইন কাম্ফড' আছে, "ইহুদীসকলৰ মানসিক প্ৰবৃত্তিৰ প্ৰতি মই সম্পূৰ্ণ সজাগ। উচ্চখাপৰ মানসিক চিন্তাধাৰা থকা সত্বেও এওঁলোক এবিধ হীন নৰ পিশাচ। জাৰ্মানীৰ বনুৱা শ্ৰমিকক অৰ্থৰ প্ৰলোভন দেখুৱাই জাৰ্মান জাতিৰ ধ্বংসৰ চিতাগ্নি এওঁলোকে ৰচনা কৰিছে। জাৰ্মান জাতিৰ নৈতিক চৰিত্ৰ এওঁলোকে কলুষিত কৰিছে।"

"অৰ্থৰ বিনিময়ত ইহুদী জাতিয়ে হীন মনোবৃত্তিৰে জাৰ্মানীৰ অমঙ্গল মাতি আনিছে, দেশত অনাহাৰ অনাটনৰ সৃষ্টি কৰি ক'লা বজাৰৰ মকৰাজাল তৰিছে। হয়তো এই চক্ৰান্তৰ মূলতে তেওঁলোকে জাৰ্মান সভ্যতা বিলোপ কৰাৰ সপোন দেখিছে, সপোন দেখিছে এখন ইহুদী ৰাষ্ট্ৰ স্থাপন কৰাৰ। জাৰ্মান জাতি লোপ পালে পৃথিৱীৰ সভ্যতা লোপ পাব, সংস্কৃতি লোপ পাব। ইহুদীৰ কৰাল গ্ৰাসৰ পৰা জাৰ্মান জাতিক ৰক্ষা নকৰিলে কলা-কৃষ্টি সকলো লোপ পাব, সংস্কৃতি ভেজাল হ'ব। ইহুদী সেইবাবে আমাৰ প্ৰধান শত্ৰু। ইয়াৰ শিপাই-মূলে শেষ কৰিব লাগিব।"

"বিভিন্ন ৰাষ্ট্ৰৰ মাজত সোমাই জনমত গঠন কৰা উপায় এওঁলোকে নজনা নহয়। ৰাজনীতিত ধন কেনেকৈ ছটিয়াব লাগে এওঁলোকে ভালকৈ জানে। ৰাজনীতিৰ আঁৰ-কাপোৰৰ পিচত থিয় দি এওঁলোকে ধনৰ মোনা জোকাৰিব লাগিছে। ধন ছটিয়াই কাৰ্য্য সিদ্ধি কৰিবলৈ এওঁলোকে যি কোনো অসভ্য উপায়ৰ আশ্ৰয় লব পাৰে। আমাৰ

মাজত বিবাদৰ গুৰিতে, অথন্তৰৰ মূলতে এই ইহুদী জাতি, এই সৰ্বনশীয়া জাতিটোক আশ্ৰয় নিদি আমি সাৰ্বজনীন ভাবধাৰাৰ বিৰুদ্ধে যাওঁ, তাত আমাৰ লাভৰ বাহিৰে লোকচান নাই। এনে বিশ্বজনীন ভাবধাৰা আমাৰ কাম্য নহয়। এই ভাবধাৰা ইহুদীৰ অৰ্থবলেৰে গঠিত হৈছে। ইহুদী জাতিয়ে এখন দেশৰ পিচত আন এখন দেশ শিলগুটিৰ দৰেহে পৰিণত কৰিছে, ইয়াত আৰু মণি-মুক্তা বিচাৰি নোপোৱা, সকলো সিহঁতে লুটিপুটি নিছে।"

হিটলাৰে হীন বংশৰ সংমিশ্ৰণত জন্ম হোৱা বৰ্ণশঙ্কৰ (Bastardization) সহ্য নকৰিছিল। নিজৰ তেজ কলুষিত কৰি যি জাতিয়ে হীন সংশ্ৰৱলৈ নামে তেওঁলোক জাতিভ্ৰষ্ট। এনে এটা দুৰ্যোগ যাতে জাৰ্মান জাতিৰ নাহে তাৰ বাবে হিটলাৰে সাৱধান বাণী শুনাইছিল। জাৰ্মান জাতিৰ পবিত্ৰতা ৰক্ষা কৰি চলিবলৈ তেওঁ সকলোকে উপদেশ দিছিল।

"সকলো জাতিতকৈ শ্ৰেয় জাৰ্মান জাতিয়ে পৃথিৱীত শ্ৰেষ্ঠতা প্ৰমাণ কৰিবলৈ দেশ জয় কৰা হেঁপাহ জাগ্ৰত কৰি ৰাখিব লাগিব। জাৰ্মানীৰ বৰ্তমান ভৌগোলিক সীমা নিচেই ক্ষুদ্ৰতৰ; অথচ লোক সংখ্যা অত্যধিক। ইয়াৰ হেঁচা পাতলাবলৈ অধিক স্থলভাগৰ প্ৰয়োজন।" এই যুক্তি কাৰ্য্যকৰী কৰিবলৈ হিটলাৰে জাৰ্মানীক ঘেৰি থকা ভূমিভাগ বলপূৰ্বক অধিকাৰ কৰি জাৰ্মান শৰণাৰ্থীক পুনৰ স্থাপন কৰিবলৈ উপায় দিছিল। চাৰিওফালে সিঁচৰিত হৈ থকা জাৰ্মানসকলক এক বিস্তৃত ভূমিভাগত স্থাপন কৰি জাৰ্মান সাম্ৰাজ্য বিস্তাৰ কৰা অভিপ্ৰায় হিটলাৰৰ মনত বহ্নি-শিখাৰ দৰে জ্বলি আছিল। এই অভিপ্ৰায় কাৰ্য্যত খটুৱাবলৈ হিটলাৰে সততে দৃষ্টি ৰাখিছিল যাইকৈ ৰুচিয়াৰ বহল ভূমিভাগলৈ। উৰালৰ প্ৰচুৰ খনিজ সম্পদ, ইউক্ৰাইনৰ নদন-বদন ধাননী পথাৰ জাৰ্মানীয়ে অধিকাৰ কৰিব পাৰিলে অনেক সমস্যা সমাধা হ'ব বুলি হিটলাৰে মত পোষণ কৰিছিল। বলছেভিক সকলৰ কবলৰ পৰা ৰুচসকলক উদ্ধাৰ

কৰা জাৰ্মানীৰ দায়িত্ব বুলি হিটলাৰে বিবেচনা কৰিছিল। "বলছেভিজিমৰ হাতত কচিয়াক সঁপি দি তেওঁলোকৰ প্ৰাচীন সভ্যতা মৰিমূৰ কৰা হ'ল। অন্যায়ক শক্তিৰে দমন কৰি তাত ন্যায় প্ৰতিষ্ঠা কৰিব লাগে। ইয়াৰ বাবে দেশ জয় কৰা মনোভাৱক সাম্ৰাজ্যবাদীৰ চক্ৰান্ত বুলি ক'লে অন্যায় হ'ব। ৰাষ্ট্ৰ এখনৰ ভৌগোলিক সীমাৰেখা মানুহৰ দ্বাৰা স্থাপন কৰা হয়। ইয়াক বিস্তাৰ কৰা নাইবা ঠিক সীমালৈ চপাই অনা শক্তিৰ ওপৰত নিৰ্ভৰ কৰে। শৌৰ্য-বীৰ্য থকা জাতি এটাই নিজ প্ৰয়োজনৰ বাবে অধিক ভূমিভাগ গ্ৰহণ কৰাটো যুক্তিসঙ্গত কাৰ্য্য। শক্তিতহে অধিকাৰ নিৰ্দ্ধাৰণ হয়। জোৰ যাৰ মুলুক তাৰ।"

হিটলাৰে জন্মনিয়ন্ত্ৰণ সমৰ্থন কৰা নাছিল। কল-কাৰখানাৰ পৰিসৰ বৃদ্ধি আৰু বিদেশী বাণিজ্যৰ সম্প্ৰসাৰণ দুয়োটা জাৰ্মানীৰ বাবে আহুকলীয়া সমস্যা। অধিক কল-কাৰখানা পাতি উদ্যোগকৰণ কৰা মানে চহৰ অঞ্চলত নিবনুৱা সংখ্যা বৃদ্ধি কৰা, সৰ্বহাৰাৰ দল গঠনত সুবিধা লগাই দিয়া, বাণিজ্যৰ দ্বাৰা বিদেশত জনপ্ৰিয়তা অৰ্জন কৰা মনোভাৱ ত্যাগ কৰি স্বদেশী আন্দোলনক আগবঢ়াই নিয়াত সকলো উপায় লবলৈ হিটলাৰে জাৰ্মান ব্যৱসায়ীসকলক উপদেশ দিছিল। অধিক শস্য উৎপাদনৰ দ্বাৰা আত্মনিৰ্ভৰশীল হ'বলৈ তেওঁ জাৰ্মান খেতিয়কসকলক উৎসাহ যোগাইছিল। বৰ্দ্ধিত জনসংখ্যাৰ সম্পৰ্কে হিটলাৰে কৈছিল, "আমি আজি যুৰোপত আশী মিলিয়ন জাৰ্মান লোকৰ কথা ভাবিছোঁ। এশ বছৰৰ এটা থুলমূল হিচাব ললে আমাৰ জনসংখ্যা দুশ পকাশ হ'বগৈ এই বৰ্দ্ধিত জনসংখ্যাক আমি কল-কাৰখানাৰ কুলি-মজুৰি হ'বলৈ এৰি দিব নোৱাৰোঁ। এওঁলোকে বিদেশী শাসকৰ তলত সাধাৰণভাৱে জীৱিকাৰ বাট মোকলাব পাৰিব সঁচা; কিন্তু স্বাধীন চিন্তা কৰিবলৈ একো সুবিধা নাপাব।" নিজৰ ব্যৱসায়ৰ দ্বাৰা সুখৰ জীৱন অতিবাহিত কৰিবলৈ জাৰ্মান শ্ৰমিক দলক হিটলাৰে জীৱিকাৰ

স্বাধীন পথ বিচাৰি ল'বলৈ উপদেশ দিছিল। জাৰ্মানীৰ ভৌগোলিক সীমাৰেখা যাতে দুগুণে বৃদ্ধি কৰিব পাৰি সেই উদ্দেশ্যে সৈন্যবাহিনী শক্তিশালী কৰাৰ ওপৰত হিটলাৰে গুৰুত্ব আৰোপ কৰিছিল।

প্ৰচাৰ কাৰ্য্য ( Propaganda ) কুটনীতি ( Diplomacy ) আৰু সুদক্ষ সৈন্যবাহিনী (Force) জাৰ্মানী পুনৰ গঠনত প্ৰয়োজনীয় বিষয় বুলি হিটলাৰে 'মাইন কাম্ফ'ত আলোচনা কৰিছে। প্ৰচাৰ কাৰ্য্যৰ যোগেদি কেনেকৈ জনমত গঠন কৰিব পাৰি 'মাইন কাম্ফ'ত তাৰ বিশদ বৰ্ণনা আছে। নাৎসীদলৰ প্ৰতিপ্ৰত্তি লাভ কৰাৰ মূলতে হিটলাৰৰ প্ৰচাৰ কৌশল। সুদক্ষ প্ৰচাৰ মন্ত্ৰী জোছেফ্ গোয়েবোলচৰ নেতৃত্বত নাৎসীদলৰ প্ৰচাৰ কাৰ্য্যই সেই সময়ত বিস্ময়ৰ সূচনা কৰিছিল। মেস্কলাৰ্ণাৰ নামেৰে এজন সমালোচকে কৈছিল, "Probably, the greatest master of propaganda and organisation in modern history." আধুনিক ইতিহাসত সম্ভৱ হিটলাৰৰ নিচিনা প্ৰচাৰ কৌশল আৰু সংগঠন পদ্ধতি কোনেও উলিয়াব পৰা নাছিল।

প্ৰচাৰ কৌশল কাৰ্য্যত খটুৱাবলৈ হিটলাৰে মাৰ্ক্সবাদীসকলৰ প্ৰচাৰৰ মূল কিটিপবোৰ, কেথলিক সম্প্ৰদায়ৰ গীৰ্জা গঠনৰ ফলদায়ক ব্যৱস্থাবোৰ, ইংৰাজসকলে প্ৰয়োগ কৰা ভাষাৰ লালিত্যৰে ভৰপূৰ যুদ্ধ-কালীন বক্তৃতাসমূহ, মাৰ্কিন দেশৰ চমকপ্ৰদ বিজ্ঞাপনৰ কৌশল-বোৰ আৰু ফ্ৰোয়েডৰ মনোবিজ্ঞানৰ গূঢ় তত্ত্বসমূহ মনোযোগেৰে অধ্যয়ন কৰিছিল।

হিটলাৰে কৈছিল, "অন্যলোকৰ দাবী সম্পৰ্কে ন্যায্য প্ৰাপ্তিৰ বিষয়ে গুৰুত্ব আৰোপ কৰা প্ৰচাৰকাৰ্য্যৰ উদ্দেশ্য নহয়। নিজৰ দাবী প্ৰতিষ্ঠিত কৰিবলৈ, উদ্দেশ্য কাৰ্য্যকৰী কৰিবলৈ জনমত গঠনৰ প্ৰয়োজন। প্ৰচাৰৰ আদৰ্শ সত্য উদঘাটন নহয়। সত্য প্ৰচাৰৰ যোগেদি যদি নিজৰ দুৰ্বলতাৰ ভেদ ভাঙি দিয়া লয়, তেন্তে জেনে প্ৰচাৰ কাৰ্য্যকৰী ব্যৱস্থা হ'ব নোৱাৰে। শত্ৰুপক্ষক নিজৰ দুৰ্বলতা-

বোধ জানিবলৈ দিয়া, ভিতৰুৱা কথাবোৰৰ বুজ দিয়া প্ৰচাৰৰ ধৰ্ম নহয়। ইয়াৰ ধৰ্ম নিজৰ অভিপ্ৰায় পূৰ্ণ কৰা। বলিষ্ঠ ভাষাৰে ভৰপূৰ সুমধুৰ প্ৰচাৰ কাৰ্য্যই জনসাধাৰণক সহজে আকৰ্ষণ কৰিব পাৰে। সত্য বিশ্লেষণ প্ৰচাৰ কাৰ্য্যৰ মুখ্য উদ্দেশ্য নহয়। উদাহৰণ স্বৰূপে 'যুদ্ধৰ বাবে দায়ী কোন?' এই প্ৰশ্নৰ অৱতাৰণা কৰোঁতে জাৰ্মানীৰ কাৰ্য্যসমূহ বা দুৰ্বল নীতিসমূহ সাঙুৰি লৈ শত্ৰুপক্ষৰ বিৰুদ্ধে সকলো আক্ৰমণ একত্ৰ কৰি বিদ্বেষ ভাব দুগুণে ফুটাই তুলিবলৈ চেষ্টা কৰিব লাগে। জনসাধাৰণক দেশাত্মক ভাৱেৰে অনুপ্ৰাণিত কৰিব লাগে।"

"সত্য ঘটনাৰ লগত প্ৰচাৰ-কৌশলৰ সম্বন্ধ নাথাকিব পাৰে। যুদ্ধৰ বিভীষিকাৰ বাবে জাৰ্মান জাতিক দোষাৰোপ কৰাৰ থল আছেনে নাই, সেই সমস্যাৰ পাতনি নেমেলি বৰ্ত্তমান কাৰ্য্যপন্থা কাৰ্য্যকৰী কৰিবলৈহে উঠিপৰি লাগিব লাগে। যি উদ্দেশ্যলৈ আমি ৰণক্ষেত্ৰত জঁপিয়াই পৰিছোঁ, তাক সম্পূৰ্ণ ফলৱতী কৰিবলৈ আমাৰ সকলো শক্তি প্ৰয়োগ কৰিব লাগিব। প্ৰচাৰৰ যোগেদি আমাৰ দৃঢ় সঙ্কল্প জনসাধাৰণক মৰ্মে মৰ্মে উপলব্ধি কৰিবলৈ আমি সমৰ্থ হ'ব লাগিব। সমগ্ৰ জনসাধাৰণৰ সক্ৰিয় সহযোগ আমাৰ কাম্য।"

উদ্দেশ্য সাধনত ভাওৰ ৰবঙনি কেনে হোৱা উচিত সেই সম্পৰ্কে হিটলাৰে কৈছিল, "সকলো উদ্দেশ্য যে জনসাধাৰণে ভালকৈ হৃদয়ঙ্গম কৰিব পাৰিব তাক আশা কৰিব নোৱাৰি। জনসাধাৰণৰ স্মৰণশক্তি থন্তেকীয়া। এওঁলোকে সহজে পাহৰে অতীতৰ দুখৰ কাহিনী, মৰ্মান্তিক বেদনা, অত্যাচাৰ-উৎপীড়নৰ নিদাৰুণ ঘটনাৱলী। কাৰ্য্যকৰী প্ৰচাৰত অতি কমসংখ্যক বছা বছা বিষয় হাতত ল'ব লাগে। এইবোৰ মৰ্মস্পৰ্শী, অথচ শ্ৰুতিমধুৰ বক্তৃতাৰ দ্বাৰা, বিজ্ঞাপনৰ দ্বাৰা, বিভিন্ন প্ৰচাৰ কৌশলৰ দ্বাৰা ফলদায়ক কৰা প্ৰয়োজন......
যাতে সকলোৱে আমাৰ উদ্দেশ্য মৰ্মে মৰ্মে উপলব্ধি কৰিব পাৰে। মূল কথা এৰি অন্য কথাৰ অৱতাৰণা কৰা মানে জনতাক বিভ্ৰান্ত

কৰা। সাৰাংশ এৰি অন্যান্য সমস্যাৰ পাতনি মেলা সুচতুৰ প্ৰচাৰ বিষয়াৰ কাম নহয়।"

হিটলাৰে প্ৰচাৰ কৌশলক কাৰ্য্যসিদ্ধিৰ বাবে সহজ পন্থা বুলি গণ্য কৰিছিল। তেওঁৰ মতে সুচতুৰ আৰু দৃঢ় প্ৰচাৰ-কৌশলৰ দ্বাৰা জনসাধাৰণক পতিয়ন নিয়াব পাৰি: "যিখন স্বৰ্গৰ কথা চিন্তা কৰি সুখৰ সপোন ৰচনা কৰিছা সেইখন প্ৰকৃততে নৰক; যিখন নৰকৰ কথা চিন্তা কৰি ভয়ত পেপুৱা খাইছা সেইখন আচলতে স্বৰ্গহে।" অৰ্থাৎ সুচতুৰ বিস্ময়পূৰ্ণ প্ৰচাৰ কৌশল কাৰ্য্যত খটুৱাব জানিলে সকলো ওলট পালট কৰিব পাৰি। প্ৰচাৰ কাৰ্য্যৰ অদৃশ্যমান ক্ষমতা মানৱ সমাজৰ যুক্তিতৰ্ক বিবেক-বিবেচনাতকৈ অনুভূতি আৰু আবেগৰ ওপৰতহে বেছি নিৰ্ভৰশীল। প্ৰচাৰত বিজ্ঞানসম্মত তথ্য-পাতিতকৈও দক্ষতাপূৰ্ণ অনুভূতি প্ৰকাশৰ প্ৰয়োজন বেছি। বিজ্ঞাপন এখন নিৰ্ভুল তথ্য-পাতিৰে ওপচাই পেলাই প্ৰাণহীন কৰাতকৈ, শিল্পসুলভ দৃষ্টিভঙ্গীৰে ইয়াক চালে চকুৱোৱা চিত্ৰ বা পোষ্টাৰৰূপে দাঙি ধৰিব পৰা বেছি কাৰ্য্যকৰী ব্যৱস্থা। জনতাক আকৃষ্ট কৰিবলৈ উচ্চজ্ঞানযুক্ত প্ৰচাৰ কাৰ্য্যৰ প্ৰয়োজন নাই। বোধগম্য সমাচাৰ পত্ৰিকা, আকৃষ্টকৰ বিজ্ঞাপন, মনোৰঞ্জক ভাষা, প্ৰচাৰ সম্বন্ধীয় কথাছবি যুগুত কৰোঁতে এই কথা মনত ৰখা উচিত। প্ৰচাৰকাৰ্য্য সফল কৰিবলৈ কিছুমান বুদ্ধিৰ সহায় ল'বলৈ হিটলাৰে 'মাইন কাম্ফ'ত উপদেশ দিছে। মনোবিজ্ঞানৰ কিছুমান কথা কাৰ্য্যত সুচতুৰভাৱে খটুৱাব পাৰিলে কৃতকাৰ্যতা সহজ হব বুলি তেওঁ যুক্তি দাঙি ধৰিছে। উদাহৰণ স্বৰূপে পুৱাবেলা এটা বিবদমান বিষয়-বস্তুলৈ জনসাধাৰণক বুজাবলৈ যাব নালাগে। পুৱাবেলাতকৈ ভাটীবেলাহে মেল-মিটিঙৰ বাবে, ৰাজহুৱা সভা-সমিতিৰ বাবে উপযুক্ত সময়। সন্ধিয়াৰ চকা-মকা পোহৰত জনসাধাৰণৰ মনত পুৱাবেলাৰ উৎসাহ, উদ্দীপনা, উৎফুল্লতা, সবলতা বহুত পৰিমাণে হ্ৰাস পায়। গোটেই দিনৰ অন্তত তেওঁলোকে ক্লান্ত বিষাদ আৰু উৎসাহহীন হৈ

পৰে। আপত্তি কৰিবলৈ, প্ৰতিবাদ জনাবলৈ তেওঁলোক ব্যৰ্থ হৈ পৰে…। এই সময়ছোৱা কাৰ্য্যসিদ্ধিৰ বাবে সোণালী সময়। আবেগ-অনুভূতিৰে মনখোৱা কথা-বতৰাৰে প্ৰচাৰকাৰ্য্য সুকলমে সমাধা কৰিবলৈ ভাটিবেলাৰ সময়খিনিয়েই উৎকৃষ্ট। ইংৰাজীত ক'বলৈ গলে 'complete emotional capitulation.'

হিটলাৰে কৈছিল, "প্ৰচাৰৰ আন এটা কৌশল হ'ল বৃহত্তম শোভাযাত্ৰা" (spectacular demonstration, parade)। বহুত লোকেৰে গঠিত শোভাযাত্ৰা, আড়ম্বৰপূৰ্ণ কুচকাৱাজ জনতাৰ বাবে আকৰ্ষণৰ বস্তু। ৰাজনৈতিক জনমত গঠনত দলীয় নীতি দৃঢ় কৰাত চকুত লগা শোভাযাত্ৰাই বিস্ময়পূৰ্ণ সফলতাৰ বৰঙনি যোগায়। শোভাযাত্ৰা, পেৰেড আদিৰ বিপুল সমাবেশে দল বিশেষৰ প্ৰভাৱ, দক্ষতা আৰু জনপ্ৰিয়তা বৃদ্ধি কৰাত অপূৰ্ব সম্ভাৱ আগবঢ়ায়। হিটলাৰে জনসাধাৰণক ভীৰু, এলেহুৱা আৰু ভাৱপ্ৰৱণ বুলি বৰ্ণনা কৰিছিল। তেওঁ বিশ্বাস কৰিছিল যে জনসাধাৰণৰ মানসিক চিন্তাধাৰাত এক আদিম সৰলতা সোমাই আছে। গুৰুতৰ বিষয় এটাত কিছুমান অসত্য কথা অৱতাৰণা কৰিলেও এওঁলোকে প্ৰতাৰণাৰ কথা চিন্তা কৰিব নোৱাৰে। হিটলাৰৰ মতে ৰাজনৈতিক সুবিধাৰ বাবে প্ৰয়োজন হলে কিছুমান অসত্য ঘটনাৰ আশ্ৰয় লোৱাটো একো দোষণীয় কাম নহয়। যুক্তি-তৰ্কৰে সমাধা কৰিব নোৱাৰা জটিল সমস্যা অলপ চতুৰতাৰে সহজে সমাধা কৰিব পাৰি।

প্ৰচাৰ কৌশলৰ আন এটা উপায় হ'ল কটু সমালোচনা। শত্ৰুক কটু সমালোচনাৰে ঘাইল কৰিব পৰাটো বীৰত্বৰ চিনাকি। এই উদ্দেশ্যে বহুতো শত্ৰু একে লগে সাঙুৰি নলৈ মাত্ৰ এটা বিশেষ দল বাছি ল'ব লাগে। এই নিৰ্বাচিত শত্ৰুদলক সকলো ঘৃণা, ক্ৰোধ, ককৰ্থনাৰে সমালোচনা কৰি ব্যতিব্যস্ত কৰি তুলিব লাগে। জনসাধাৰণৰ মনত শত্ৰুৰ বিৰুদ্ধে গভীৰ বেখাপাত পেলাবলৈ যত্ন কৰিব লাগে। হিটলাৰে ইহুদীসকলক জাৰ্মান জাতিৰ প্ৰধান শত্ৰু-

ৰূপে বাছি লৈছিল আৰু এওঁলোকৰ বিৰুদ্ধে সকলো কটু সমালোচনা নিক্ষেপ কৰিছিল। গণতন্ত্ৰ, মাৰ্ক্সবাদ, ভাৰছেলিছ চুক্তি (Versailles Treaty), ফৰাচী শাসন আদিকো ভৰ্ৎসনা, ককৰ্থনা, ব্যঙ্গ আৰু বিদ্ৰুপেৰে হিটলাৰে সমালোচনা কৰি বক্তৃতা দিছিল। ইহুদীৰ প্ৰতি হিটলাৰৰ ক্ষোভ আছিল তুলনাহীন। তীক্ষ্ণ অসিৰ দৰে চোকা বাক্যবাণেৰে তেওঁ ইহুদীসকলক সকলো মেল-মিটিঙত আক্ৰমণ কৰি তৃপ্তি পাইছিল। হিটলাৰৰ মতে, ইহুদীসকলেই জাৰ্মানীক ধ্বংসৰ মুখলৈ ঠেলি পঠিয়াইছে। এওঁলোকৰ কু-চক্ৰান্তত জাৰ্মান জাতিয়ে নৈতিক চৰিত্ৰ হেৰুৱাইছে। ফৰাচী জাতিৰো অধঃপতনৰ মূলতে ইহুদীৰ প্ৰতিপত্তি, ফৰাচীসকলৰ তেজত নিগ্ৰো তেজ ধৰা পৰিছে। আফ্ৰিকাৰ বৰ্ণ মনোবৃত্তিয়ে য়ুৰোপৰ শ্বেত বৰ্ণৰ লোক-সকলৰ জীৱনধাৰণত বিপদৰ সূচনা কৰিছে। ইহুদীৰ পিচতে নিগ্ৰো-সকলেও ৰাইন উপত্যকাৰ পবিত্ৰতা কলুষিত কৰিবলৈ ষড়যন্ত্ৰ কৰিছে।

হিটলাৰে বিশ্বাস কৰিছিল যে এটা শোষিত জাতিক পুনৰ প্ৰতিষ্ঠা কৰিবলৈ শাৰীৰিক শিক্ষাৰ প্ৰয়োজন। এই শিক্ষাৰ যোগেদি স্বাস্থ্যৱান ডেকা-গাভৰু আশা কৰিব পাৰি। পঢ়াশলীয়া শিক্ষাৰ লগতে ব্যায়াম শিক্ষা বাধ্যতামূলক হ'ব লাগে। জাতীয় চৰিত্ৰ গঠনত স্বাস্থ্য অপৰিহাৰ্য্য অঙ্গ হোৱা বুজুত। ইয়াৰ বাবে পুষ্টিকৰ আহাৰ, নিয়মিত ব্যায়াম চৰ্চাৰ প্ৰয়োজন। যি শিক্ষাই জাতীয় চৰিত্ৰ গঠনত সহায় নকৰে, তেনে শিক্ষা মূল্যহীন। ল'ৰাকালৰে পৰা সৈন্যবাহিনীৰ দৰে নিজকে সাজু কৰিবৰ বাবে জাৰ্মান ডেকাশক্তিক নিয়মানুবৰ্তিতা, দেশপ্ৰেম আত্মনিৰ্ভৰশীলতা, আত্মত্যাগ আৰু দায়িত্বশীলতা আদি গুণৰাজিৰ অধিকাৰী হবলৈ হিটলাৰে আহ্বান জনাইছিল।

নাৰীৰ সম্পৰ্কত হিটলাৰে কৈছিল যে নাৰীৰ শিক্ষাপদ্ধতিত আদৰ্শ মাতৃ হোৱাৰ গৌৰৱ নিহিত থাকিব লাগে। পুৰুষেও তেনেকৈ

উপযুক্ত নাগৰিকৰূপে নিজকে গঢ়ি তুলি নির্ভীক দেশপ্রেমিক হ'বলৈ আকাঙ্ক্ষা কৰিব লাগে। অকল গ্রন্থ অধ্যয়নৰ দ্বাৰা আধ্যাত্মিক উন্নতি আশা কৰিব নোৱাৰি। ইয়াৰ বাবে কঠোৰ পৰিশ্রমৰ প্রয়োজন। আধ্যাত্মিক শিক্ষাত মানসিক, শাৰীৰিক, পাৰমার্থিক অনুপ্রেৰণা সোমাই আছে। অনুভূতিৰ সংস্পর্শত এইবোৰ জাগ্রত হৈ পৰে। এইবোৰ লাভ কৰা সকলো মানুহৰ পক্ষে সম্ভৱ নহয়। সমূহ ৰাইজৰ বাবে আধ্যাত্মিক উন্নতিৰ পৰিকল্পনা যুগুত কৰা কোনো ৰাষ্ট্ৰৰ পক্ষে সহজ উপায় নহয়। সমূহ ৰাইজৰ মাজৰ পৰা প্রতিভা-সম্পন্ন ব্যক্তি বাছি উলিয়াব পৰাটোৱে প্রকৃত উপায়। জন-শিক্ষা কৃতকার্য্য কৰা কঠিন সমস্যা। জনশিক্ষাৰ দ্বাৰা অর্দ্ধশিক্ষিত লোক তৈয়াৰ কৰিব পাৰি। এইবিধ লোক সমাজৰ বাবে নিৰাপদ বুলিও ক'ব নোৱাৰি। জনসাধাৰণ সজাগ নহলে অপকাৰ নোহোৱাকৈ নাথাকে। নাগৰিক শিক্ষাৰ যোগেদি ৰাষ্ট্ৰৰ প্রতি সকলো ৰাইজক সচেতন কৰা প্রয়োজনীয় ব্যৱস্থা।

গণতন্ত্রৰ বিষয়ে হিটলাৰৰ আলোচনা মন কৰিবলগীয়া। 'মাইন কাম্ফ'ত তেওঁ লিখিছিল এই বুলি: "পশ্চিমীয়া দেশবোৰত গণতন্ত্রৰ নামত যি শাসন চলিছে সেই শাসন মার্ক্সবাদৰ পূর্বলক্ষণ। এই গণতান্ত্রিক শাসন ব্যৱস্থাত বিষাক্ত বীজাণু সোমাই আছে। জনতাৰ নামত গঠিত ইয়াৰ আইন সভাবোৰ বিশৃঙ্খলতাৰে পৰিপূর্ণ। ইয়াত নিয়মানুবর্ত্তিতাৰ অভাৱ। ক্ষমতাত অধিষ্ঠিত সংখ্যাগৰিষ্ঠ দলে জনতাৰ শাসনত আউল লগাই দেশত অশান্তিৰ সূচনা কৰে। শাসকগোষ্ঠিৰ মাজত সংহতিবিহীন মনোভাৱ সদায় বর্ত্তমান। নেতাসকলৰ মাজত ক্ষমতা দখলৰ বাবে হেতা-ওপৰা, খিয়লা-খিয়লি। আইন সভাৰ সভ্যসকলৰ সভ্য পদ সমূহ ব্যৱসায়ী-সকলৰ দৰে কার্য্যত খটুওৱা হয়। সভ্যসকলৰ প্রতিনিধিত্বকৈ ৰাজনৈতিক প্রতিপত্তি, দলীয় প্রভাৱ বেছি বিবেচনাৰ বিষয়। বহুতৰে ৰাজনীতি জ্ঞানৰ অভাৱ পৰিলক্ষিত হয়। একগৰাকী প্রতিনিধিৰ

মাজৰ পৰা এজন জ্ঞানী, যোগ্য, কৰ্তব্যপৰায়ণ, নিষ্ঠাবান দলপতি নিৰ্বাচন কৰাটো কঠিন সমস্যা। আনহাতে এনে এজন গুণসম্পন্ন দলপতিক এশগৰাকী অসাধু, অযোগ্য প্ৰতিনিধিৰ হাতত পুতলারূপে ৰখাটো দুৰ্ভাগ্যৰ কথা। হেজাৰৰ মাজৰ পৰা এজন মাত্ৰ প্ৰকৃত নেতাৰ আবিৰ্ভাব হয়।"

হিটলাৰে 'গণভোট ব্যৱস্থা' আৰু সমান স্বত্বদান এই দুয়োটাকে ভয়াবহ বুলি বৰ্ণনা কৰিছিল। এই দুটা ব্যৱস্থাই ৰাষ্ট্ৰৰ সংহতিত প্ৰতিবন্ধক জন্মায়। হিটলাৰে এটা জাতি (আইনকক্), এখন পাৰ্লিয়ামেণ্ট বা আইনসভা (আইনৰাইচ্) আৰু এজন ডিক্টেটৰ (আইনফিউৰাৰ্)ৰ ওপৰত বেছি গুৰুত্ব দিছিল। জাৰ্মান জাতিৰ 'ফিউৰাৰ' স্বৰূপে হিটলাৰে ৰাষ্ট্ৰৰ সকলো দায়িত্ব নিজে বহন কৰিছিল। দেশৰ দুৰ্ভাগ্যৰ বাবেও তেওঁ নিজকে দোষী বুলি ব্যক্ত কৰিছিল। 'মাইন কাম্ফ'ত লিখা সকলো কথা আখৰে আখৰে পালন কৰিবলৈ তেওঁ সকলো শক্তি প্ৰয়োগ কৰিছিল।

জাৰ্মানীয়ে ক্ষমতা লাভৰ বহুদিনৰ পূৰ্বে দ্বিতীয় মহাসমৰৰ প্ৰায় দহ বছৰৰ আগতে লিখা হিটলাৰৰ 'মাইন কাম্ফ'ৰ ভবিষ্যৎবাণী-সমূহৰ প্ৰতি কূটনীতি বিশাৰদসকলে, ৰাজনীতিজ্ঞসকলে কিয় গুৰুত্ব আৰোপ নকৰিলে কোৱা টান। সেই সময়ছোৱাত হয়তো হিংসা, দ্বেষ, গ্লানিতকৈ জনসাধাৰণে শান্তি মিলাপ্ৰীতি আৰু সদ্ভাৱৰ ওপৰত বেছি জোৰ দিছিল। হয়তো, দ্বিতীয় মহাসমৰৰ আগছোৱাত 'মাইন কাম্ফ'ৰ আদৰ্শক পিচলৈ ইমান ভয়াবহ হ'ব বুলি কোনেও কল্পনা কৰিব নোৱাৰিছিল। জাৰ্মান ভাষাৰ বাহিৰে অন্য ভাষাত এই গ্ৰন্থ অনুবাদ কৰিবলৈ হিটলাৰে অনুমতি দিয়া নাছিল। ১৯৩৯ চনত বহুতো চেষ্টাৰ ফলত যি এটা ইংৰাজী ভাঙনি ওলাইছিল তাতো মূল গ্ৰন্থৰ বহুত কথা বাদ দিয়া হৈছিল। দ্বিতীয় মহাসমৰৰ ঠিক আগে আগে মাৰ্কিন দেশত 'মাইন কাম্ফ'ৰ দুটা সংশোধনী ভাঙৰণ প্ৰকাশ হৈ চাঞ্চল্য সৃষ্টি কৰি বন্ধ হৈছিল। ইয়াৰ আগতে

চোৰাংভাৱে ১৯৩৬ চনত ফ্ৰান্সী ভাষাত এই গ্ৰন্থ প্ৰকাশ কৰা হৈছিল যদিও পিচত আদালতে এই গ্ৰন্থৰ প্ৰকাশকক ইয়াৰ বাবে জৰিমনা কৰি ইয়াৰ প্ৰচলন বন্ধ কৰিছিল।

লণ্ডনত 'মাইন কাম্ফ'ৰ ক্ষুদ্ৰ সংস্কৰণ এটা যুদ্ধৰ সময়ত প্ৰকাশ পায়। ইয়াত মূল জাৰ্মান গ্ৰন্থখনৰ ভালেমান আক্ৰোশমূলক আলোচনা বিশেষকৈ ফ্ৰান্সী চৰকাৰৰ বিপক্ষে লেখা হিটলাৰৰ বিদ্বেষমূলক বৰ্ণনাসমূহে স্থান পোৱা নাছিল। অনেক সমালোচকৰ মতে এই ইংৰাজী ক্ষুদ্ৰ সংস্কৰণখনে হিটলাৰৰ লেখাৰ প্ৰকৃত অৰ্থ বিকৃত কৰি দেখুৱাইছিল। মূল জাৰ্মান ভাষাৰ কেইবা লাখ সংখ্যা 'মাইন কাম্ফ' অকল জাৰ্মানীতে শেষ হৈ গৈছিল। বিবাহিত নৱ দম্পতিক ৰাষ্ট্ৰৰ উৎকৃষ্ট উপহাৰ স্বৰূপে 'মাইন কাম্ফ' একোখন আগবঢ়োৱা হৈছিল। প্ৰকৃততে ই আছিল জাৰ্মানসকলৰ ৰাজনীতিৰ বাইবেল। সকলোকে এই গ্ৰন্থ অধ্যয়ন কৰিবলৈ উৎসাহ দিয়া হৈছিল। 'মাইন কাম্ফ'ৰ পৰৱৰ্তী তাঙৰণসমূহ হিটলাৰৰ পাচত অনেক সংশোধন কৰি ছপা কৰা হৈছিল। কচিয়া আৰু ফ্ৰান্সৰ সম্পৰ্কত লেখা প্ৰায়বোৰ আক্ৰোশমূলক আলোচনা সম্পূৰ্ণ বাদ দি মাৰ্জিত ভাষাৰে ই প্ৰকাশ পাইছিল।

বুদ্ধিজীবিদ্‌সকলে 'মাইন কাম্ফ'ক অন্তঃসাৰশূন্য বুলি ক'ব, কিয়নো জাতিৰ সম্পৰ্কে, সভ্যতাৰ বিষয়ে হিটলাৰে কৰা আলোচনাবোৰ যুক্তিহীন মতবাদ। শিক্ষাবিদে হিটলাৰৰ শিক্ষা বিষয়ক আলোচনাক সম্পূৰ্ণ প্ৰাচীন, প্ৰতিক্ৰিয়াশীল বুলি ইতিকিং কৰিব; ৰাজনীতিজ্ঞ-সকলে হিটলাৰৰ একনায়কত্ববাদক অত্যাচাৰী, সমাজবিৰোধী নীতি বুলি ভৰ্ৎসনা কৰিব, কৰ্কথনা দিব। সাহিত্যিকসকলে হিটলাৰৰ লেখাত সাহিত্য বিচাৰি নেপাই হতাশ হ'ব।

"হিটলাৰৰ লেখাত অনুভূতিৰ অভাৱ, টেক্‌নিকৰ অভাৱ। অধ্যায়, পৰিচ্ছেদ আদিৰ সংগঠন অসঙ্গতিপূৰ্ণ, ৰসহীন। হিটলাৰৰ অলপীয়া শিক্ষাত বিভিন্ন ভাবধাৰাই খেলিমেলিৰ সৃষ্টি কৰিছিল।

'মাইন কাম্ফ' সেইবাবে সান-মিহলি প্ৰতিভাবে বঞ্চিত হৈয়ো রুচিহীন, অনুভূতিহীন। ...ইমানবোৰ দোষেৰে দোষী হৈয়ো 'মাইন কাম্ফে' সকলো যুগতে বিস্ময়পূৰ্ণ আলোড়নকাৰী ঐতিহাসিক দলিল স্বৰূপে স্বীকৃতি লাভ কৰিবলৈ সমৰ্থ হ'ব"—এই যুক্তি হিটলাৰৰ কঢ় সমালোচক হেনড্ৰিক উইলিয়েম ফনলুমে অভিমত ব্যক্ত কৰিছিল। অথচ আন এজন সমালোচকৰ মতে কচোৰ সৰলতা, ওল্ড টেষ্টামেণ্টৰ ভবিষ্যৎবাণী...এই দুই ভাৱধাৰাই যেনিবা হিটলাৰৰ 'মাইন কাম্ফ'ক কৌতূহলপূৰ্ণ গ্ৰন্থ কৰি তুলিছে। আকৌ সমালোচক নৰ্মান কাজিন্‌ছৰ অভিমত হ'ল, "কুৰি শতিকাত ৰচিত হিটলাৰৰ 'মাইন কাম্ফ' এখন অতি কাৰ্য্যকৰী গ্ৰন্থ, কিয়নো ইয়াৰ প্ৰতিটো শব্দই ১২৫টাকৈ, প্ৰত্যেক পৃষ্ঠাই ৪৭০০টাকৈ আৰু প্ৰত্যেকটো পৰিচ্ছেদে বাৰ লাখতকৈও অধিক মনুষ্য জীৱন বিক্ৰপেৰে নষ্ট কৰি গ'ল......।"

'মাইন কাম্ফ'ৰ ক্ষমতা আছিল অপৰিসীম। জাৰ্মান জাতিৰ বাবে ই এখন মূল্যবান গ্ৰন্থ, ৰাজনীতিৰ উৎকৃষ্ট চনদ। তৃতীয় ৰাইচৰ সকলো ৰাজনীতি ১৯৩৩ চনৰ পৰা দ্বিতীয় মহাসমৰৰ শেহলৈকে 'মাইন কাম্ফ'ৰ দ্বাৰা প্ৰভাৱান্বিত হৈছিল। হিটলাৰৰ মৃত্যুৰ পিচত হিটলাৰৰ আদৰ্শৰ সমাধি ঘটিল নে নাই ক'ব নোৱাৰি। এতিয়াও অ'ত ত'ত নাৎসীবাদৰ সমৰ্থকসকলে নিজৰ প্ৰভাৱ পুনৰ জাগ্ৰত কৰিবলৈ চেষ্টা চলাই আছে। বিশ্বজগতৰপৰা নাৎসীবাদৰ ক্ষীণ স্বৰ লুপ্ত কৰা কিমানদূৰ সম্ভৱ ক'ব নোৱাৰি। অনেক সৰু-বৰ ৰাষ্ট্ৰৰ ৰবমূৰীয়াসকলে 'মাইন কাম্ফ'ৰ দ্বাৰা অনুপ্ৰাণিত হোৱা একো বিস্ময়ৰ কথা নহয়।

বিশ্বসাহিত্যত অবিস্মৰণীয় নাট:

# এজন লিখকৰ সন্ধানত ছটা চৰিত্ৰ

১৯২১ চনৰ ১০ মে। ৰোম নগৰৰ কলামোদী বাইজৰ বিপুল উৎসাহ-উদ্দীপনাত অস্থিৰপূৰ্ণ প্ৰেক্ষাগৃহ ৰোম থিয়েটাৰ। নতুন নাটকৰ সেইদিনা প্ৰথম অভিনয়। নাটকৰ নাম "এজন লিখকৰ সন্ধানত ছটা চৰিত্ৰ" (Sei Persouaggi in ceread' antore)। নাট্যকাৰ নতুন, নাম লুইজী পিৰাণ্ডেলো। অৰম্ভে নাট্যকাৰৰ প্ৰতি কোনো দৰ্শকৰ আকৰ্ষণ নাছিল। নাটক পৰিচালনাৰ ভাৰ যি গ্ৰহণ কৰিছিল তেওঁ আছিল এজন জনপ্ৰিয় সুদক্ষ অভিনেতা—ডেৰিজ' নিকোডেমি।

নবীন নাট্যকাৰ—লুইজী পিৰাণ্ডেলোৰ প্ৰতি কাৰো দৃষ্টি নাই। ৰঙ্গমঞ্চৰ এচুকত সাধাৰণ পোছাক পিন্ধি আমন-জিমনকৈ বহি আছে এক উদাস ভঙ্গীমাৰে। বাহিৰত বৰষুণ...মেঘৰ গৰ্জন-গৰ্জনত মাজে মাজে তেওঁ আতঙ্কিত হৈ উঠিছিল। প্ৰেক্ষাগৃহত কিন্তু সেই সময়ত সঘনে হাতচাপৰি পৰিছিল। গাছ-প্ৰদীপৰ উজ্জল পোহৰত বিপুল দৰ্শকৰ বিস্ময়পূৰ্ণ কৌতূহল আৰু সুনিশ্চিত উপভোগ পৰিলক্ষিত হৈছিল। প্ৰত্যেক অঙ্কৰ যৱনিকা পতনত পূৰ্ণ-প্ৰেক্ষাগৃহত নাটকৰ অভিনয় সংলাপৰ বসালাপ চলিছিল।

অভিনয় শেষ হোৱাৰ লগে লগে যেতিয়া পৰিচালক নিকোডেমিয়ে পিৰাণ্ডেলোক দৰ্শকৰ আগত চিনাকি কৰি দিছিল—তেতিয়া

সমগ্র ৰোম নগৰ এই নতুন নাট্যকাৰৰ জয়ধ্বনিত মুখৰিত হৈ উঠিছিল। অগণন দৰ্শকৰ ওচৰত নতশিৰে অভিনন্দন গ্ৰহণ কৰি তেওঁ যেতিয়া ঘৰলৈ উভতিছিল তেতিয়া তেওঁৰ মনত পুঞ্জীভূত হৈ থকা নিৰাশ মনৰ সকলো অৱসাদ, হৃদয়ক ক্ষত-বিক্ষত কৰা অৱহেলাৰ পৰম নিন্দা-গ্লানি অযাচিতে আঁতৰ হৈছিল। দুৰ্ভাগ্যৰ কদ্ধদ্বাৰ খুলি সৌভাগ্যৰ প্ৰথম প্ৰভাতত পিৰাণ্ডেলোৱে উপলব্ধি কৰিছিল সৃষ্টিৰ আনন্দ। খ্যাতি আৰু ঐশ্বৰ্য্যৰ উত্তাপত তেওঁৰ সৃষ্টিৰ প্ৰতিভা নিঃসন্দেহে উদ্দামমুখৰ হৈ পৰিছিল। "এজন লিখকৰ সন্ধানত ছটা চৰিত্ৰ [ Six Characters in search of an author ] নাটকে বিশ্বজোৰা খ্যাতি অৰ্জন কৰিছিল।

১৯২৭ চনত মিলানত এই নাটকে সাফল্যৰ চৰম সীমাত উপনীত হৈ নাট্যজগতত এক নতুন দিগন্তৰ সূচনা কৰিলে। লগে লগে ২৫টা বিদেশী ভাষাত এই নাটক অনুবাদ হৈ সমগ্ৰ বিশ্বতে ইয়াৰ অভিনয় আৰম্ভ হ'ল। লণ্ডন, নিউইয়ৰ্ক, পেৰিচ, ভিয়েনা, বাৰ্লিন আদি সুবিখ্যাত চহৰসমূহত এই নাটক মঞ্চস্থ হৈ পেৰাণ্ডেলোৰ নাম চিৰস্মৰণীয় কৰি তুলিলে।

এই বিশ্বজোৰা খ্যাতিৰ কাৰণ কি? কিহৰ দাবীত তেওঁৰ নাটকে বিশ্ব-সাহিত্যত মহত্তম আসন লাভ কৰিবলৈ সক্ষম হৈছিল? ষ্টাইলৰ বাবে? ইয়াৰ মূল উৎস হ'ল—নাটকত প্ৰতিফলিত হোৱা মানৱ জীৱনৰ আত্মকথা। মানুহ বাদ দি কোনো ভাবধাৰাত এওঁৰ আস্থা নাছিল। মানুহৰ অন্তৰত গুজৰি গুমৰি থকা কৰুণ বেদনা, জীৱন যাত্ৰাৰ দুৰ্গম জ্বালা, হতাশা, পৰাজয় পিৰাণ্ডেলোৰ নাটকত সজীৱ হৈ উঠিছিল। চৰিত্ৰৰ মাজত প্ৰাণ প্ৰতিষ্ঠা কৰা মহামন্ত্ৰ এওঁৰ অজানা নাছিল। মানুহৰ দুখ-কষ্টত এওঁৰ উজ্জ্বল অন্তৰ কান্দি উঠিছিল, আকৌ আনন্দত প্ৰাণ উজ্জ্বল হৈছিল।

পিৰাণ্ডেলোৰ নাটক তেওঁৰ জীৱনৰ দৰেই বৈচিত্ৰ্যপূৰ্ণ। নিজৰ জীৱন তেওঁৰ মুঠেই সহজ নাছিল। সাংসাৰিক জীৱনৰ বহু বেদনাৰ

অংশীদাৰ পিৰাণ্ডেলোৱে তেওঁৰ দুখাত্মক জীৱন-কথাৰে মহান সাহিত্য ৰচনা কৰি গৈছে। ১৯০৩ চনতে আৰম্ভ হোৱা মানসিক দুৰ্ঘটনাই পিৰাণ্ডেলোৰ স্ত্ৰীৰ স্বাস্থ্য ভাঙি পেলাইছিল। এই মানসিক বিকাৰত ৰোগাক্লিষ্টা হৈ স্ত্ৰীয়ে সদায় তেওঁৰ জীৱন দুখময় কৰি তুলিছিল। থিয়েটাৰত মনোনিবেশ কৰিব খুজিলেই তেওঁৰ স্ত্ৰীয়ে দানৱী ৰূপ ধাৰণ কৰি মানসিক যন্ত্ৰণাৰ পৰিণাম দুগুণে বৃদ্ধি কৰিছিল, নিজৰ ছোৱালীক পিৰাণ্ডেলোৰ অঙ্কশায়িনী বুলি বদনাম ৰতিছিল। স্ত্ৰীৰ তীব্ৰ অন্তৰ্দাহৰ কাৰণ আছিল মাৰ্তা আবা, ইটালীৰ প্ৰখ্যাত অভিনেত্ৰী, সুন্দৰী যুৱতী, অভিজাত সমাজত অত্যন্ত পৰিচিতা। মাৰ্তা আবাই 'ছটা চৰিত্ৰ'ত জীয়েকৰ ভাৱত অৱতীৰ্ণ হৈ সুনাম অৰ্জন কৰিছিল আৰু পিৰাণ্ডেলোৰ চেনেহৰ পাত্ৰী হৈ প্ৰায়বোৰ নাটকতে প্ৰধান অভিনেত্ৰীৰূপে নিৰ্বাচিত হৈছিল। সুদীৰ্ঘ ১৫ বছৰ জুৰি এজনী পাগলী স্ত্ৰীৰ লগত সাংসাৰিক জীৱন অতিবাহিত কৰা পিৰাণ্ডেলোৰ চৰিত্ৰই এখন বিচলিত, বিৰক্ত, বিক্ষুব্ধ, ক্ষত-বিক্ষত প্ৰবঞ্চিত নাটকত যেন পৰিণত হৈছিল। স্ত্ৰীৰ লগত দাম্পত্য জীৱনৰ কৰুণ ব্যৰ্থতাই তেওঁৰ মনক নিৰাশাবাদলৈ টানি নিছিল। গোটেই জীৱনত এই নিৰাশাবাদে তেওঁক অভিশপ্ত কৰি তুলিছিল। তেওঁ কৈছিল—La vità, osi serive osi vive' (Life you either live or write) যুক্তিৰ কথা নহয়, ই এক উপলব্ধিৰ বাণী, মহৎ মানুহৰ চৰিত্ৰত প্ৰতিফলিত হোৱা কৰুণ ক্ৰন্দন, বিৰহৰ গভীৰ বিস্ফোৰণ। চৰম বিপৰ্য্যয়ৰ কালে টানি নিলেও দুই নাৰী চৰিত্ৰই পিৰাণ্ডেলোৰ সাহিত্য ৰচনাত প্ৰভাৱ বিস্তাৰ কৰিছিল। জীৱন সংগ্ৰাম আৰু কলা সাধনা দুয়োটাতে এই প্ৰভাৱ আমাৰ দৃষ্টিগোচৰ নোহোৱাকৈ নাথাকে। Dina ela tuda আৰু it berretto a sonagli নামৰ দুই গ্ৰন্থত পিৰাণ্ডেলোৱে নাৰী চৰিত্ৰৰ সৰ্বনাশী হিংসা প্ৰবৃত্তি বৰ্ণনা কৰিছে—ইয়াত জয়-পৰাজয়ৰ প্ৰশ্ন নাই, বাদ-প্ৰতিবাদৰ কথা নাই। যুগ যুগ ধৰি এই জ্বালা পুৰুষে বহন কৰি আহিছে।

দুখ-বেদনাৰ মাজেদিয়েই জীৱন নাটক ৰচিত হৈছে। মানুহৰ গোটেই জীৱনটোৱেই সঙ্গতিহীন। কোনো ধৰা-বন্ধা নিয়মৰ মাজেদি মানুহৰ ব্যক্তিত্বৰ বিকাশ ঘটা সম্ভৱ নহয়। মানুহৰ মানসিক প্ৰতিক্ৰিয়াৰ ওপৰত তেওঁৰ জীৱন বহুত পৰিমাণে নিৰ্ভৰশীল; সেইবাবে কোনো এটা আদৰ্শ বা উমৈহতীয়া নিৰ্দিষ্ট সূত্ৰৰ লগত নিজৰ সত্তাৰ বিলোপ সাধন কৰিবলৈ যোৱাটো অৰ্থহীন প্ৰচেষ্টা। মানুহৰ নিজৰ ভাবমূৰ্তি আৰু ৰহস্য কোনো ঘটনাৰ দ্বাৰা প্ৰভাৱান্বিত হোৱাটো ব্যক্তিগত চিন্তা-ভাৱনাৰ স্বভাৱগত আহ্বান। পিৰাণ্ডেলোৱে মানুহৰ শোচনীয় ভাগ্য বিপৰ্য্যয়, লঘু-লাঞ্ছনাক ঘনীভূত কৰি ট্ৰেজিক ৰস অনেক সময়ত নিৰাশবাদত পৰিণত কৰা আমি দেখিবলৈ পাওঁ। নাট্যাভিনয়ৰ প্ৰচলিত ৰীতি-নীতি ভঙ্গ কৰি অভিনয়ৰ ভিতৰতে অভিনয় যোগ দি ( Theatre within the theatre technique ) তেওঁ অভিনয় প্ৰাণৱন্ত কৰি তুলিলে। দৰ্শক আৰু অভিনেতাৰ মাজত যি প্ৰভেদ তাক আঁতৰাই এখন পৃথিৱীৰ সূচনা কৰিলে। কেনেকৈ অভিনয় কৰে সেই টেক্‌নিক প্ৰদৰ্শন কৰা পিৰাণ্ডেলোৰ উদ্দেশ্য নাছিল। ৰঙ্গমঞ্চ আৰু প্ৰেক্ষাগৃহৰ মাজত যাতে কোনো বাধা নাথাকে, দৰ্শকে যাতে অভিনয়ৰ লগত অতি নিবিড়ভাৱে জড়িত হৈ পৰিব পাৰে সেই উদ্দেশ্যে পিৰাণ্ডেলোৱে দৰ্শকৰ মাজৰ পৰা অভিনয়ত অংশ গ্ৰহণ কৰাটো কামনা কৰিছিল। মানুহৰ মানসিক বেদনা বেছি পীড়াদায়ক। নাটকীয় সংঘাতত থকা বহিৰ্দ্বন্দ্ব অতি মৰ্মস্পৰ্শী কৰি দৰ্শকৰ চেতন আৰু অবচেতন মনত প্ৰতিক্ৰিয়াৰ ওপৰত ক্ৰিয়া সম্পাদন কৰা পিৰাণ্ডেলোৰ কাম্য আছিল। বিশেষকৈ অন্তৰ্দ্বন্দ্বৰ দ্বাৰা গভীৰ ৰেখাপাত কৰিব পাৰিলে নাটকৰ বাস্তৱৰূপ সমাজৰ মাজত প্ৰতিফলিত কৰিব পাৰি। নাটক চাই ইয়াৰ পৰা মুখ্য সমস্যা হৃদয়ঙ্গম কৰিব পাৰিলে নাটক প্ৰদৰ্শনৰ সাফল্য লাভ হয়। আজিকালিৰ জটিল সমাজত প্ৰচলিত অৰ্থনৈতিক বৈষম্য, সামাজিক

ব্যভিচাৰ, যৌন-লিপ্সা, অন্যায়, অত্যাচাৰ, শোষণ, দমন আদি এশ এবুৰি সমস্যাৰ ওপৰত যি সংঘৰ্ষ চলিছে সেই সংঘৰ্ষৰ পটভূমিতে আমি ইবচেনৰ দিনৰে পৰা বাস্তৱধৰ্মী নাটক দেখিবলৈ পাইছোঁ। এই সূত্ৰতে ভিত্তি কৰি পিৰাণ্ডেলোৱে তেওঁৰ নাটক লিখি উলিয়াইছিল। তেওঁৰ জয়যাত্ৰাত এই নাটকসমূহে সমগ্ৰ ইউৰোপতে নতুন সমাজ গঢ়ি তোলাত সহায় কৰিছিল। নাটকৰ বাহিৰেও শতাধিক চুটি গল্প, উপন্যাস আৰু বিভিন্ন গল্পৰচনাই তেওঁৰ সাহিত্যিক প্ৰতিভা অবিস্মৰণীয় কৰি গৈছে। ৰচনা সম্ভাৰৰ প্ৰত্যেককে নিজৰ ছিন্নভিন্ন জীৱনৰ বিপুল অভিজ্ঞতা, ব্যক্তিত্বপূৰ্ণ শিল্পীসুলভ উপলব্ধি পিৰাণ্ডেলোৱে অন্তৰস্পৰ্শী ভাষাত লিপিবদ্ধ কৰি গৈছে। এইবোৰে তেওঁক মহত্তম জীৱন-শিল্পীৰূপে স্বীকৃতি দিছে, তাত সন্দেহ নাই।

**বিশ্বসাহিত্যত বৈপ্লৱিক চিন্তাধাৰাৰ মহত্তম গ্ৰন্থ :**

# দাস কেপিটেল

দাস কেপিটেল কাৰ্লমাৰ্ক্সৰ মহত্তম কীৰ্ত্তিস্তম্ভ। কঠিন বাস্তৱৰ বিশেষ দৃষ্টিকোণৰ পৰা ৰচিত এই দাস কেপিটেল, এখন বিস্ময়-পূৰ্ণ মৌলিক গ্ৰন্থ। বিচিত্ৰ অভিজ্ঞতা আৰু অক্লান্ত কঠোৰ পৰিশ্ৰমৰ ফল স্বৰূপে দাস কেপিটেল বিশ্ব-সাহিত্যৰ দৰবাৰত প্ৰকাশ পাইছিল। এই মহান গ্ৰন্থ এক বিশেষ পৰিস্থিতিত ৰচনা কৰা হৈছিল যদিও কোনো এখন দেশৰ বা কোনো এক বিশেষ সময়ৰ গ্ৰন্থ বুলি ইয়াৰ মূল্যাঙ্কণ কৰিব নোৱাৰি। মাৰ্ক্সৰ লেখাৰ ভঙ্গী প্ৰাচীন হব পাৰে, তেওঁৰ চিন্তা-ভাবনা, দৰ্শন ইতিহাস সম্পৰ্কে বিভিন্ন মতবাদৰ সৃষ্টি হব পাৰে, মাৰ্ক্সৰ ভবিষ্যত বাণী অনেক ক্ষেত্ৰত ব্যৰ্থ হব পাৰে কিন্তু এই গ্ৰন্থৰ গভীৰ মানৱতাবাদ এক চিৰন্তন সত্য। সময়ৰ দুৰ্ভেদ্য প্ৰাচীৰ ভেদ কৰি মাৰ্ক্সে বহুত পৰিবৰ্ত্তনৰ মাজেদি এক শ্ৰেণীহীন, সংঘাতহীন সমাজ বিচাৰিছিল। মাৰ্ক্সৰ দৰ্শনত জাগ্ৰত হৈ শ্ৰমিক আন্দোলনে ইউৰোপ আমেৰিকা প্ৰভৃতি দেশত গা দাঙি উঠিছিল আৰু অনেক গৰ্বিত ধনতান্ত্ৰিক সাম্ৰাজ্যত বিপ্লৱৰ সূচনা কৰিছিল।

কাৰ্লমাৰ্ক্সৰ মৃত্যুত শোকৰ সমবেদনা জনাওঁতে ফ্ৰেডাৰিক এঞ্জেলছে কৈছিল, "মাৰ্ক্স আছিল প্ৰকৃততে এজন বিপ্লৱী, তেওঁৰ জীৱনৰ প্ৰধান লক্ষ্য আছিল ধনী শ্ৰেণীৰ বিলোপ সাধন আৰু এই

শ্ৰেণীৰ দ্বাৰা প্ৰাধান্য লাভ কৰা ৰাষ্ট্ৰীয় শিল্পসমূহ নিশ্চিহ্ন কৰণ।" এই কথা কাঁকিৰ মাজেদি মাৰ্ক্সৰ সহযোগী, অনুগামী আৰু অত্যন্ত অনুৰাগী বিশিষ্ট বন্ধু গৰাকীয়ে এক নিৰ্ভীক মন্তব্য দাঙি ধৰিছে।

এনে এটা সন্ধিক্ষণত মাৰ্ক্সৰ জন্ম হৈছিল য'ত আছিল কেৱল মাত্ৰ অনিশ্চয়তা। বিপ্লৱ আৰু সংঘাতত সমাজব্যৱস্থা সংকটৰ সন্মুখীন হৈছিল। এটা ফৰাচী বিপ্লৱৰ স্মৃতি মাৰ নৌযাওঁতেই অন্য এটা বিপ্লৱৰ আশঙ্কাই জনসাধাৰণৰ মনত ভয়, ভীতি আৰু অসহায় সূচনা কৰিছিল, সেই সময়ৰ প্ৰচলিত সমাজব্যৱস্থাত জনসাধাৰণ অতিষ্ঠ হৈ পৰিছিল। সুযোগ আৰু সুবিধা গ্ৰহণ কৰিবলৈ ধনী শ্ৰেণীয়ে নিৰ্বলী শ্ৰমিক সকলক অত্যাচাৰ, উৎপীড়ন চলাইছিল। ১৮৪৮ চনত এই দুৰ্যোগ অৱস্থাই চৰম সীমা পাইছিলগৈ আৰু সমগ্ৰ ইউৰোপতে ইয়াৰ প্ৰতিক্ৰিয়া স্বৰূপে বিদ্ৰোহৰ শিখা জ্বলি উঠিছিল। আনকি ইংলণ্ডতো এই বিদ্ৰোহৰ ঢৌৱে অনেকক উৎসাহিত কৰি আন্দোলনৰ ৰণ থলিলৈ টানি আনিছিল। শিল্প-বাণিজ্য, কৃষিজাত সামগ্ৰীত যাতে শ্ৰমিক, কৃষক সকলে নিজ নিজ আধিপত্য বিস্তাৰ কৰি জীৱিকা আহৰণত স্বাধীনতা লাভ কৰিব পাৰে সেই উদ্দেশ্যে আন্দোলনৰ প্ৰয়োজনীয়তা উপলব্ধি কৰি ঠায়ে ঠায়ে বিপ্লৱী সংস্থা গঢ়ি উঠিল গোপনভাৱে। অধ্যৱসায় আৰু নিষ্ঠাৰে সৈতে জাতিৰ সমূহীয়া প্ৰচেষ্টা এটা গঢ় দিবলৈ এনে সন্ধিক্ষণতে কাৰ্লমাৰ্ক্স উপস্থিত হ'ল। উত্তেজনা আৰু আন্দোলনৰ প্ৰবাহ তীব্ৰ কৰি তুলিবলৈ উদ্দীপ্ত ভাষাৰে বিপ্লৱৰ বাণী তেওঁ প্ৰচাৰ কৰিলে।

কাৰ্লমাৰ্ক্সৰ জন্ম হৈছিল ১৮১৮ চনত জাৰ্মান ৰাইনলেণ্ডৰ ট্ৰায়াৰ চহৰত। পিতাক আছিল এগৰাকী নামকৰা উকীল। মাৰ্ক্সৰ পৰিয়ালবৰ্গই খ্ৰীষ্টিয়ান ধৰ্ম গ্ৰহণ কৰিছিল মাৰ্ক্সৰ কেচুৱা অৱস্থাতে। জাতিগত অবিচাৰ আৰু গ্লানি ভোগ কৰি তেওঁৰ মন হতাশাত পৰিণত হৈছিল আৰু গোটেই জীৱনত তেওঁ চেমিটিক বিৰোধী দৃষ্টিভঙ্গী গ্ৰহণ কৰিছিল। শিক্ষকতা কৰা অভিলাস

আছিল মাৰ্ক্সৰ সক কালৰে পৰা। এই উদ্দেশ্যে তেওঁ বন আক বাৰ্লিনত আইন আৰু দৰ্শন অধ্যয়ন কৰিছিল। কিন্তু তেওঁৰ অধ্যয়ন চিন্তা আছিল বিষাদ, অনুকম্পা, ক্ৰোধ আৰু বিপ্লৱৰ উত্তেজনাৰে পৰিপুষ্ট। এই বাবে তেওঁ অধ্যাপনাৰ যোগেদি জীৱিকাৰ পথ সুগম কৰিব নোৱাৰি সংবাদদাতাৰ ভূমিকা গ্ৰহণ কৰিবলৈ বাধ্য হ'ল। Rheinische zeitung নামৰ জাৰ্মান ভাষাৰ আলোচনী এখনত প্ৰথমতে প্ৰবন্ধ লেখক আৰু পাচত ইয়াৰ সম্পাদক হিচাপে দায়িত্ব গ্ৰহণ কৰে। (১৮৪২) প্ৰুচিয়ান চৰকাৰক সঘনে কটু সমালোচনা কৰাৰ বাবে এবছৰমান চলাৰ পাচতে এই আলোচনী বন্ধ কৰি দিবলৈ মাৰ্ক্স বাধ্য হয়। ফৰাচী দেশলৈ গৈ তেওঁ সমাজবাদৰ বিষয়ে অধ্যয়ন কৰে আৰু Franco German year Books নামৰ আলোচনীত প্ৰবন্ধ লিখিবলৈ আৰম্ভ কৰে। এই সময়তে মাৰ্ক্সৰ সমাজবাদী আৰু কমিউনিজিম আদৰ্শৰ লগত পৰিচয় ঘটে। মাৰ্ক্সৰ জীৱনত এই সময়খিনি এক পৰমাশ্চৰ্য্য সুপ্ৰভাত বুলি তেওঁৰ জীৱনীকাৰসকলে কব খোজে। কিয়নো, এই সময়তে ফ্ৰেডাৰিক এঙ্গেলছৰ লগত মাৰ্ক্সৰ পৰিচয় হয়। এই পৰিচয়ৰ ফল স্বৰূপে মাৰ্ক্সে এজন অন্তৰঙ্গ বন্ধু লাভ কৰিলে। লেখনী লৈয়ে জীৱন যুদ্ধত অৱতাৰণা কৰা মাৰ্ক্সে এঙ্গেলছৰ সান্নিধ্যক সদায় পৰম আগ্ৰহেৰে কামনা কৰিছিল। এঙ্গেলছ আছিল এজন চহকী লোক, বাপেকে কপাহৰ খেতি কৰি বিস্তৰ ধন উপাৰ্জন কৰিছিল। ধনীৰ সন্তান হৈয়ো এঙ্গেলছে মাৰ্ক্সৰ দৰে সমাজবাদী আদৰ্শৰ প্ৰতি আসক্ত হৈ পৰিছিল কম বয়সৰ পৰা। প্ৰকৃততে condition of the working classes in England প্ৰকাশ হোৱাৰ পাচতে দাস কেপিটেলৰ বাবে মাৰ্ক্সক উৎসাহিত কৰে ফ্ৰেডাৰিক এঙ্গেল্‌ছে।

মাৰ্ক্সৰ বিপ্লৱী চিন্তাধাৰাত অতিষ্ঠ হৈ ফৰাচী চৰকাৰে তেওঁক দেশৰ পৰা বহিষ্কাৰ কৰে। তিনিবছৰ কাল ব্ৰুছেলছত কটাই তেওঁ জাৰ্মানীলৈ উভতি আহিল। কিন্তু বেছি দিন কটাব নোৱাৰিলে।

আকৌ জাৰ্মান দেশৰ পৰা বহিষ্কাৰ হৈ তেওঁ পেৰিচ চহৰ ত্যাগ কৰে। ১৮৪৮ চনৰ আন্দোলনত এঙ্গেলছৰ লগ লাগি তেওঁ সুবিখ্যাত কমিউনিষ্ট ঘোষণাপত্ৰ ( Communist Manifesto ) ৰচনা কৰে। এই ৰচনা আছিল অসাধাৰণ প্ৰতিভাৰ অগ্নিজ্যোতি। কালোত্তীৰ্ণ ৰচনা হলেও শতাব্দী জুৰি ইয়াৰ বিপুল প্ৰভাৱ সমালোচনাৰ বাহিৰত। ইয়াৰ ভাষা বজ্ৰতকৈয়ো কঠোৰ, ভাবাৰ্থ অত্যন্ত স্পষ্ট আৰু সুগভীৰ।

কমিউনিষ্টসকলে ভাবে যে তেওঁলোকৰ মতবাদ আৰু উদ্দেশ্য সমূহ গোপনে ৰখাটো অৰ্থহীন কথা। তেওঁলোকে সেইবাবে ঘোষণা কৰে যে সমসাময়িক সামাজিক বান্ধোন দৃঢ়তাপূৰ্ণ সংগ্ৰামেৰে সম্পূৰ্ণ মষিমূৰ কৰিব পাৰিলে তেওঁলোকৰ উদ্দেশ্য সফল হব, "কমিউনিষ্ট বিপ্লৱৰ ৰণক্ষেত্ৰত শাসকগোষ্ঠীক ক্ষত-বিক্ষত কৰিব লাগিব। শ্ৰমিক সকলে হেৰুৱাব লগা একো নাই। তেওঁলোকে অত্যাচাৰ উৎপীড়নৰ বন্ধন ছিঙি আগবাঢ়ি আহক। সমগ্ৰ পৃথিবীত তেওঁলোকে জয়লাভ কৰিব লাগিব। -সমগ্ৰ পৃথিবীত সিচৰিত হৈ থকা শ্ৰমিক বন্ধুসকল তোমালোক সংগঠিত হোৱা।" অন্তহীন গ্লানি আৰু দুৰ্দশাৰ অতল গহ্বৰত পৰি অদৃষ্টক ধিয়াই থকা হেজাৰ বিজাৰ শ্ৰমিকসকললৈ মাৰ্ক্সৰ এইয়া প্ৰত্যক্ষ আহ্বান।

মাৰ্ক্স যলৈকে গৈছিল ত'তে তেওঁ নিৰ্ভীক ভাৱে তেওঁৰ বিদ্ৰোহী আদৰ্শ দাঙি ধৰিছিল, শ্ৰমিক আন্দোলন সংগঠন কৰি তেজস্বী-ভাষাৰে দেশৰ সামাজিক আৰু ৰাজনৈতিক বিবৰ্তনৰ কথা বিবৰি কৈছিল, কমিউনিজিমৰ বিষয়ে প্ৰচাৰ পত্ৰিকা সম্পাদন কৰি বিপ্লৱৰ পথ মুকলি কৰিছিল।

১৮৪৯ চনত মাৰ্ক্স লণ্ডনলৈ যায়। তেতিয়া তেওঁৰ বয়স ৩১ বছৰ। ইয়াৰ অলপ দিনৰ আগতে জেনীভন্ ৱেষ্টফলেন নামৰ এগৰাকী গাভৰু নাৰীক বিয়া কৰায়। পাৰিবাৰিক জীৱনত মাৰ্ক্সে সুখৰ মুখ নেদেখিলে। দাৰুণ অৰ্থাভাব, অনাটনৰ মাজেদি তেওঁৰ সংসাৰ

চলিছিল। স্ত্রীয়ে দৰিদ্ৰতা, নিঃসঙ্গতা আৰু দুৰ্ভাগ্যৰ নিৰ্মম বেদনা ভোগ কৰি ৪০ বছৰ ধৰি জীৱনযাপন কৰি চকু মুদিছিল। তেওঁলোকৰ ৬টা সন্তানৰ ভিতৰত মাত্ৰ তিনিজন হে ডাঙৰৰ মুখ দেখিলে। এই তিনিজনৰ আকৌ দুজনে পিছ বয়সত আত্মহত্যা কৰে। এই নিদাৰুণ মৰ্মান্তিক অশান্তিত মাৰ্ক্সৰ স্বভাৱ তীক্ষ্ণ, তীব্ৰ আৰু কঠোৰ হৈ পৰিছিল। দুখৰ অন্ত নাছিল মাৰ্ক্সৰ, কিন্তু তেওঁৰ ৰচনাই তেওঁক দিছিল অন্তহীন আনন্দ……। ছিন্ন ভিন্ন পাৰিবাৰিক জীৱনৰ কৰুণ ক্ৰন্দনত তেওঁৰ জীৱন-যুদ্ধ কুৰুক্ষেত্ৰত পৰিণত হৈছিল। বিপদৰ সময়ত ৰক্ষা কৰিছিল ফ্ৰেডাৰিক এঙ্গেল্‌ছে। নহলে হয়তো খাবলৈ নাপাই মাৰ্ক্সৰ পৰিয়াল মৃত্যুৰ মুখত পৰিলহেঁতেন। নিউইয়ৰ্ক ত্ৰিবিউনত এটা কলম নিয়মিত ভাৱে লেখি মাৰ্ক্সে সপ্তাহত একগিনি মাননী অৰ্জন কৰিছিল আৰু প্ৰবন্ধ লিখি অ'ত ত'ত দুই-এপইচা ঘটিছিল। এই অৰ্জনৰ দ্বাৰা তেওঁৰ পৰিয়ালৰ ভৰণপোষণ দূৰৰে কথা, দুবেলা দুমুঠি খাবলৈকে নহৈছিল।

কিন্তু দুখৰ জুইত পুৰি ছাই হৈ যোৱা বিধৰ লোক মাৰ্ক্স নাছিল। দুখৰ জুইত পুৰি খাটি মানুহ হোৱা বাসনাকে তেওঁ সদায় ৰোপণ কৰিছিল। বছৰৰ পাচত বছৰ ধৰি তেওঁ সমাজবাদৰ বিষয়ে অধ্যয়ন কৰিছিল। বৃটিচ মিউজিয়মলৈ গৈ তথ্যপাতি সংগ্ৰহ কৰি নিয়মিত ভাৱে তেওঁ গ্ৰন্থ অধ্যয়ন কৰিছিল। দিনৌ ১৬ ঘণ্টা অক্লান্ত পৰিশ্ৰম কৰি লাহে লাহে সাফল্যৰ ওখ-জখলাত তেওঁ অগ্ৰসৰ হৈছিল। মাৰ্ক্সৰ অফুৰন্ত শক্তি, বুদ্ধি নিষ্ঠা আৰু পৰিশ্ৰমৰ প্ৰতিভাত ৰচিত হ'ল—দাস কেপিটেল। এই মহান গ্ৰন্থ যুগুত কৰোতে মাৰ্ক্সৰ সুদীৰ্ঘ ১৮ বছৰ সময় অতিবাহিত হৈছিল। এঙ্গেলছে ধৈৰ্য্যচ্যুত হৈ এবাৰ কৈছিল, "মাৰ্ক্সে এই গ্ৰন্থ বোধকৰো জীৱিত অৱস্থাত সম্পূৰ্ণ কৰিব নোৱাৰিব। যিদিনাই এই গ্ৰন্থৰ পাণ্ডুলিপি ছপাশাললৈ যাব সেইদিনা মই গৌৰৱত আত্মহাৰা হম, হয়তো অবদমিত উত্তেজনাত গোটেই দিন মদপান কৰিম।"

১৮৬৬ চনত দাস কেপিটেলৰ প্ৰথম খণ্ডৰ সম্পূৰ্ণ পাণ্ডুলিপি হামবাৰ্গৰ ছপাশাললৈ পঠোৱা হয়। ছপা হওঁতেও অনেক দিন লাগিছিল আৰু জাৰ্মান ভাষাত এই গ্ৰন্থ লিখা হৈছিল। ইয়াৰ প্ৰায় কুৰি বছৰৰ পাচতহে এই গ্ৰন্থৰ ইংৰাজী অনুবাদ পঢ়ুৱৈ সমাজে লাভ কৰে। ১৮৭২ চনত ইয়াৰ ৰুছ ভাঙৰণ প্ৰকাশ পালে। অনেক সমালোচকে ভাবে যে পৃথিবীত দুৰ্ভাগ্যৰ ফলতেই দাস কেপিটেল জাৰ্মান ভাষাত মাৰ্ক্সে লিখিব লগা হ'ল। অলঙ্কাৰ বহুল আৰু ব্যাকৰণৰ কটকটীয়া অনুশাসনে জাৰ্মান ভাষা সহজে বোধগম্য নকৰে। ফৰাচী বা ইংৰাজী ভাষাত মূলগ্ৰন্থ লেখাহেঁতেন ইয়াৰ সমাদৰ বহুগুণে উজ্জ্বল আৰু বোধগম্য হলহেঁতেন। অনেকে আকৌ কয় যে, কেণ্ট, হেগেল প্ৰভৃতি দাৰ্শনিকেও এই ভাষাতে তেওঁলোকৰ ৰচনাসমূহ লিখি জগতব্যাপি খ্যাতি অৰ্জন কৰি গৈছে। দাস কেপিটেলৰ ভাষা যুক্তিতৰ্ক মীমাংসাৰে সমৃদ্ধ। ইউৰোপৰ নানান দেশৰ সামাজিক আৰু ৰাজনৈতিক সমস্যা জাৰ্মান ভাষাৰে আলোচনা বিলোচনা কৰা হৈছে। মাৰ্ক্স যদিও বহুভাষী লোক আছিল জাৰ্মান ভাষাই তেওঁৰ আছিল অধ্যয়নৰ প্ৰধানতম বাহন। দাস কেপিটেলৰ যি উদ্দেশ্য, তাক হৃদয়ঙ্গম কৰিবলৈ জাৰ্মান ভাষা আছিল অত্যন্ত গুৰুত্বপূৰ্ণ।

মৌলিক চিন্তাধাৰাৰ নায়ক কাৰ্লমাৰ্ক্সৰ ৰচনাত সেই সময়ত ইংলণ্ডত প্ৰচলিত ধনতান্ত্ৰিক ব্যৱস্থাৰ বিষদ বিৱৰণ দাঙি ধৰা হৈছে। সেই দেশৰ ৰাজনৈতিক, অৰ্থনৈতিক আৰু সামাজিক অৱস্থাৰ পটভূমিত তেওঁ দাস কেপিটেল ৰচনা কৰিছিল। উদাহৰণৰ পাচত উদাহৰণ দি সেই সময়ত চলা সামাজিক দুৰ্নীতি, শোষক শ্ৰেণীৰ অন্যায় অত্যাচাৰ, পুঁজিপতি সকলৰ মানসিক স্বাৰ্থপৰতা, শ্ৰমিক শ্ৰেণীৰ প্ৰতি মায়া মমতাহীন কদৰ্য্য ব্যৱহাৰ তেওঁ জলজল পটপটকৈ দাঙি ধৰিছিল। সেই সময়ত ইংলণ্ডৰ কল-কাৰখানাত কাম কৰা লোকসকলৰ অৱস্থা আছিল—পানীত হাঁহ নচৰা। মালিক সকলৰ অমানুষিক অত্যাচাৰত তেওঁলোকৰ অৱস্থা ক্ৰমশঃ অৱনতিৰ

কালে গতি কৰিছিল। কেনেকৈ চলা নাওঁবোৰত বচি লগাই ভিৰোতা মানুহৰ কান্ধত আটি দি চলাচল কৰোৱা হৈছিল। বৃটিছ খনিবোৰৰ পৰা কয়লা আনিবলৈ মাইকী মানুহে গধুৰ বোজাৰে মেটমৰা গাড়ীবোৰ টানিব লগা হৈছিল; কপাহৰ কলবিলাকত ন-দহ বছৰীয়া লৰা-ছোৱালীয়ে দিনৌ ১০ ঘণ্টাৰ পৰা ১২ ঘণ্টালৈকে কাম কৰিব লগা হৈছিল। শীতত কঁপি বৰষুণত তিতি অনাহাৰ, অনাটনত জৰ্জৰিত হৈ এই শ্ৰমিকসকলে যক্ষ্মা আদি ছুৱাবোগ্য বেমাৰত অকালতে প্ৰাণ হেৰুৱাইছিল। এনে নিৰ্মম অৱস্থাৰ বিৰুদ্ধে মাৰ্ক্স থিয় দিছিল। অকল মাৰ্ক্স কিয়, চাৰ্লছ ডিকেন্স, জন ৰাস্কিন, টমাছ কাৰ্লাইল প্ৰভৃতি ইংৰাজ সাহিত্যিক সকলে তেওঁলোকৰ সাহিত্যৰ ভিতৰেদি নিপীড়িত, নিৰ্যাতিত, বঞ্চিত, জীৱন-যুদ্ধত ৰক্তাক্ত, ক্ষত-বিক্ষত অগণন মানুহৰ কৰুণ কাহিনী মৰ্মস্পৰ্শী ভাষাৰে বৰ্ণনা কৰি সমাজ সংস্কাৰ দাবী কৰিলে; নীতিৰ ওচৰত ৰাজনীতিক নত হবলৈ সঁকিয়াই দিলে, বৃটিছ পাৰ্লিয়ামেণ্টত নতুন আইন প্ৰৱৰ্তন কৰিবলৈ জনমত গঠন কৰিলে। ডিকেন্সে কৈছিল, I writing for the human race. সকলো মহৎ সাহিত্যিকৰে একে কথা। তেওঁলোকৰ লিখনিৰ মাজেদি প্ৰকাশ পাইছে সাধাৰণ মানুহৰ কাহিনী, সাধাৰণ মানুহৰ কথা লৈয়ে অসাধাৰণ সাহিত্য ৰচনা হৈছে। মাৰ্ক্স আছিল সাধাৰণ মানুহৰ পৰম-মিত্ৰ। তেওঁৰ ৰচনাত সাধাৰণ মানুহৰ অৰ্থ নৈতিক আৰু সামাজিক সমস্যা বিশ্লেষণ কৰা হৈছে। এই বিশ্লেষণ ভাবপ্ৰৱণতাৰ ওপৰত ভিত্তি কৰি ৰচনা হোৱা নাছিল। বৈজ্ঞানিক তথ্য-পাতিৰে তেওঁ মানৱ জীৱনৰ ইতিহাস লিখি গৈছে। মাৰ্ক্সৰ তত্বক সেই বাবে "মাৰ্ক্স বিজ্ঞান" বুলি আখ্যা দিব পাৰি। যুক্তিবাদ আৰু বৈজ্ঞানিক বিশ্লেষণেৰে পুঁজিবাদী সমাজ এখন সমাজবাদী আদৰ্শলৈ কেনেকৈ ৰূপান্তৰিত কৰিব পৰা যাব মাৰ্ক্সে বৰ্ণনা কৰিছে। মাৰ্ক্সৰ বৈজ্ঞানিক ব্যাখ্যা প্ৰয়োগে অনেকৰ মন আকৃষ্ট কৰিছিল আৰু

১৯ শতিকাৰ চিন্তাধাৰাৰ ওপৰত বিশেষভাৱে প্ৰভাৱ পেলাইছিল। ডাৰউইনৰ ক্ৰমবিকাশ তত্ত্বৰ লগত তেওঁৰ শ্ৰেণী সংগ্ৰামৰ ইতিহাস তুলনা কৰিছিল। এঙ্গেলছে এবাৰ কৈছিল যে ডাৰউইনে যেনেকৈ জৈবিক প্ৰকৃতিৰ বিবৰ্তমান সূত্ৰ আবিষ্কাৰ কৰিছিল, মাৰ্ক্সে তেনেকৈ মানৱ বুৰঞ্জীৰ বিবৰ্তমান সূত্ৰ আবিষ্কাৰ কৰি বিশ্বজোৰা নতুন সভ্যতাৰ সূচনা কৰিছিল। মানুহৰ ধ্যান-ধাৰণা পৰিবৰ্তন হোৱাৰ লগে লগে ঐতিহাসিক ঘটনাসমূহবো সালসলনি ঘটিবলৈ আৰম্ভ কৰে। সকলো বিবৰ্তনৰ ভিতৰত ৰাজনৈতিক পৰিবৰ্তন মানৱ বুৰঞ্জীৰ আটাইতকৈ চমকপ্ৰদ আৰু বলিষ্ঠ পদক্ষেপ। অতীতত কোনেও মানুহৰ মানসিক পৰিবৰ্তনৰ কথা নাইবা ৰাজনৈতিক বিবৰ্তনৰ কথা গভীৰভাৱে জুকিয়াই চোৱা নাছিল। প্ৰাচীন গ্ৰন্থসমূহ অনেক বিষয়ত সীমাবদ্ধ। ধৰ্মগ্ৰন্থ, ঐতিহাসিক গ্ৰন্থ প্ৰভৃতিত সমাজতন্ত্ৰ, ধনবিজ্ঞান, ইতিহাস বিচাৰৰ প্ৰকৰণ বিচাৰি পোৱা দুষ্কৰ। বাইবেল, মহাভাৰত, বেদ, উপনিষদ প্ৰভৃতি সু-প্ৰসিদ্ধ প্ৰাচীন গ্ৰন্থসমূহ মানৱ সভ্যতাৰ অমূল্য চানেকি, ইয়াত সন্দেহ নাই। কিন্তু এই প্ৰাচীন গ্ৰন্থসমূহত লিপিবদ্ধ হৈ থকা জ্ঞানৰ ওপৰত নিৰ্ভৰ কৰি কিমানদূৰ অগ্ৰসৰ হব পাৰি সেইটো এটা গুৰুত্বপূৰ্ণ প্ৰশ্ন। আধুনিক জগতত প্ৰগতিশীল দৃষ্টিভঙ্গীৰে অগ্ৰসৰ হ্বলৈ আমাক বহুতো বিষয়ত জ্ঞান-অভিজ্ঞতাৰ প্ৰয়োজন। সমকালীন প্ৰসঙ্গৰ লগত সংগতি ৰক্ষা কৰি চলিবলৈ অৰ্থনীতিৰ সমস্যা, ৰাজনীতিৰ বিশ্লেষণ, গোষ্ঠী আৰু ব্যক্তিৰ সম্পৰ্কে মোহবৰ্জিত মূল্যাঙ্কণ আদি চিন্তাৰ আৰু বোধগম্যৰ প্ৰয়োজন। কাৰ্লমাৰ্ক্সৰ দাস কেপিটেল এই বিষয়ত অগ্ৰগামী আশ্ৰয়ৰ ভেটি, মানৱ বুৰঞ্জীৰ কালজয়ী গ্ৰন্থ। মানুহৰ সমাজব্যৱস্থাৰ বিবৰ্তনত যিবোৰ বাস্তৱ সমস্যাই প্ৰভাৱ বিস্তাৰ কৰে সেই সহস্ৰমুখী সমস্যাৰ সমাধান দাস কেপিটেলত বিচাৰি পাব পাৰি। অনেক বছৰ পাৰ হৈ গলেও সমাজ বিশ্লেষণৰ যুক্তি প্ৰয়োগ কৰিব পৰা আশ্ৰয়ৰ স্থল হৈছে দাস কেপিটেল।

সকলো সময়তে মাৰ্ক্সীয় সূত্ৰত সামাজিক ব্যৱস্থাৰ সুনিৰ্দিষ্ট উত্তৰ বিকশিত হৈ থাকিব বুলি লেনিনে কৈ গৈছে। কিন্তু, এই গ্ৰন্থ সৰল নহয়। দৰ্শনৰ মূল সূত্ৰ সহজে বোধগম্য হলেও ইয়াৰ মৰ্মপাঠৰ লগত অজস্ৰ চিন্তা নিহিত আছে। প্ৰত্যেকটো চিন্তাৰ শাখা উপশাখা বিস্তাৰিত হৈ বেলেগ বেলেগ তত্ত্ব, অনুতত্ত্বৰ ৰচনা কৰিছে। অন্যফালে এই সকলো চিন্তাতৰঙ্গ এক সুস্পষ্ট, সুদৃঢ় আৰু সুবৃহৎ সংগতিৰ মাজত যুক্ত কৰি কাৰ্লমাৰ্ক্সে দাস কেপিটেল সৃষ্টি কৰিছে। সামগ্ৰিক চিন্তাধাৰাৰ মহত্তম গ্ৰন্থ স্বৰূপে দাস কেপিটেলে পৃথিৱীৰ চেহেৰা বিস্ময়জনক ভাবে বদলাই গৈছে বছৰৰ পাচত বছৰ ধৰি। মাৰ্ক্সৰ মৃত্যু ঘটিছিল ১৮৮৩ চনত। তেতিয়াৰ পৰা এতিয়ালৈকে পৃথিৱীৰ অনেক পৰিবৰ্তন হৈছে। দেশে দেশে শ্ৰমিক আন্দোলন, কৃষক আন্দোলন, জাতীয় স্বদেশী আন্দোলন গঢ়ি উঠিছে। দাস কেপিটেলৰ আদৰ্শৰ দ্বাৰা এই আন্দোলনবোৰে প্ৰত্যক্ষ বা পৰোক্ষ ভাবে উৎসাহৰ সমল যে পাইছে, এই কথা স্বীকাৰ নকৰি উপায় নাই।

জাৰ্মান পণ্ডিত হে'গেলৰ ঐতিহ্যধাৰক বিশ্লেষণ শৈলীৰ দ্বাৰা মাৰ্ক্স কিছু পৰিমাণে প্ৰভাৱান্বিত হৈছিল বুলি তেওঁৰ সমালোচক সকলে কব খোজে। মাৰ্ক্সৰ "dialectical Materialism" তত্ত্বত এই ধাৰণা প্ৰতিফলিত হৈছে। মূল কথা হল—পৃথিৱীত সকলো বস্তুৱে এক গতিশীল পৰিবৰ্তনৰ মাজেদি অগ্ৰসৰ হৈছে। পৰস্পৰ বিৰোধী শক্তিসমূহৰ প্ৰতিক্ৰিয়াৰ ওপৰত প্ৰগতি মূল্যাঙ্কন কৰিব পাৰি। উদাহৰণ স্বৰূপে ইংলণ্ডৰ ঔপনিবেশিক ভিত্তিক প্ৰতিৰোধ কৰাত সহায় কৰিছিল মাৰ্কিন দেশত ঘটা আমেৰিকান বিপ্লৱে।

মাৰ্ক্সে কৈছিল, শ্ৰেণী সংগ্ৰামেই হৈছে সমাজ পৰিবৰ্তন আৰু বিকাশৰ মূল উৎস। স্বাধীনৰ লগত পৰাধীনৰ, উচ্চবংশজাতৰ লগত পিচপৰা অনুন্নত শ্ৰেণীৰ, মালিকৰ লগত শ্ৰমিকৰ, মহাজনৰ লগত খেতিয়কৰ, জমিদাৰৰ লগত প্ৰজাৰ আৰু শোষকৰ লগত শোষিতৰ যি বিৰোধ, যি সংঘৰ্ষ—তাৰ ফলতেই শ্ৰেণী সংগ্ৰামৰ সৃষ্টি হৈছে।

শোষিত শ্ৰেণীয়ে শোষক শ্ৰেণীৰ বিৰুদ্ধে সংগ্ৰাম চলাবলৈ সংগঠিত আৰু শিক্ষিত হ'ব লাগিব। মাৰ্ক্সে সেইবাবে শ্ৰমিকসকলক সংগঠিত কৰাটো, তেওঁলোকৰ ঐতিহাসিক ভূমিকা সম্পৰ্কে সজাগ কৰাটো আৰু ৰাজনৈতিক—অৰ্থনৈতিকভাৱে বুদ্ধিদীপ্ত কৰাটো প্ৰয়োজন বুলি গণ্য কৰিছিল। মানবীয় নিৰাপত্তাৰ প্ৰধান অৱলম্বন হ'ল খাবলৈ আহাৰ আৰু থাকিবলৈ এখন আশ্ৰয় স্থল। কিন্তু মানৱ বুৰঞ্জীলৈ চকু ফুৰালে দেখিবলৈ পোৱা যাব যে এই দুই অতীব প্ৰয়োজনীয় সা-সুবিধাৰ পৰা বিৰাট জনসাধাৰণ বঞ্চিত, অৱহেলিত আৰু প্ৰতাৰিত। এওঁলোকে মানৱ বুৰঞ্জীৰ নিদাৰুণ মানৱতাৰ কৃত্ৰিম প্ৰতিচ্ছবিহে দাঙি ধৰে। মানৱ বুৰঞ্জী সেই বাবে এটা শ্ৰেণীয়ে অন্য এক শ্ৰেণীক দাসত্বৰ ঘুঁৰলি পিন্ধোৱা ঘটনাৰ মৰ্মান্তিক কাহিনী স্বৰূপেহে আমাৰ আগত থিয় দিছে। ইতিহাস-লীলা বৈচিত্ৰময়! প্ৰাক্ ঐতিহাসিক যুগত কোনো সমাজ নাছিল। কিন্তু ইতিহাস ৰচনা আৰম্ভ হোৱাৰ লগে লগে আবিৰ্ভাৱ হ'ল শ্ৰেণী বিভক্ত সামাজিক ব্যৱস্থা। জন-সংখ্যাৰ অত্যধিক লোকে প্ৰথমতে দাস বৃত্তিৰ যোগে জীৱিকা অৰ্জন কৰিব লগাত পৰিল। পাচত সামন্তসকলৰ মাটি-বাৰী, ভূ-সম্পত্তিৰ ক্ৰয় আৰু হস্তান্তৰৰ লগত লেনদেন হোৱা কাম কৰা বন্দীবেটী, বনুৱা, খেতিৰ হালোৱা প্ৰভৃতি ৰূপে এওঁলোকে নিৰ্মম জীৱন অতিবাহিত কৰিলে আৰু পাচত ধনতান্ত্ৰিক যুগত সা-সম্পত্তিহীন শ্ৰমজীৱি মজুৰিৰূপে অনুন্নত আৰু দাৰিদ্ৰপ্ৰপীড়িত জীৱন নিৰ্বাহ কৰিলে। মালিক আৰু মেহনতী মানুহৰ স্বাৰ্থ সংঘৰ্ষত বৈপ্লৱিক চিন্তাধাৰাৰ সোঁত প্ৰবাহিত হ'ল। নিজৰ যুক্তি দাঙি ধৰি মাৰ্ক্সে দৃঢ়ভাৱে কৈছিল, "শোষণৰ অনিবাৰ্য্য পৰিণতি—শোষিত শ্ৰেণীৰ দ্বাৰা বিপ্লৱ আৰম্ভ কৰা। সৰ্বহাৰা আন্দোলনে শোষক শ্ৰেণীক পৰাস্ত কৰি তেওঁলোকৰ হাতৰ পৰা খেতিমাটি, কল-কাৰখানা, শিল্প-উদ্যোগ প্ৰভৃতিৰ মালিকীস্বত্ব কাঢ়ি আনি সামগ্ৰিক সম্পত্তিৰূপে এইবোৰ গোটেই সমাজক শোধাই দি শ্ৰেণীবিহীন

সমাজলৈ ঘূৰি আহিব পাৰিলেহে বিপ্লৱ সফল হ'ব, শোষণৰ অৱসান ঘটিব।"

কেপিটেলত মাৰ্ক্সে পুঁজিবাদৰ বিৰুদ্ধে তেওঁৰ ব্যাখ্যা সতেজ আৰু মৰ্মস্পৰ্শী কৰি তুলিছে। তেওঁ কৈছিল যে পৃথিবীৰ পৰা এদিন নহয় এদিন পুঁজিবাদ ধ্বংসৰ মুখত পৰি নিঃশেষ হৈ যাব, ধনতন্ত্ৰৰ সমাপ্তি ঘটিব ৰক্তাক্ত বিপ্লৱত। এই প্ৰসঙ্গত কাৰ্ল মাৰ্ক্সৰ অন্যতম অৱদান পৰিশ্ৰমৰ মূল্য সূত্ৰটি মন কৰিবলগীয়া। আডাৰ্ম স্মিথ, ডেভিদ ৰিকাৰডো আদি পূৰ্ববৰ্তী অৰ্থনীতিবিদ্‌সকলৰ সুৰতে মাৰ্ক্সেও ঘোষণা কৰিছিল যে সকলো বস্তুৰে মূল্য নিৰূপণ কৰা হয়। ইয়াত ব্যৱহৃত হোৱা শ্ৰমৰ হিচাপত পাৰিশ্ৰমিক পৰিমাণৰ ভিত্তিত কোনো বস্তুৰ দামদৰ স্থিৰ কৰিব পাৰি। এই সূত্ৰৰ আঁত ধৰি মাৰ্ক্সে তেওঁৰ ওপৰঞ্চি মূল্য বা উদ্ধৃত মূল্য (surplus value) ব্যাখ্যা কৰিছিল। প্ৰথমতে Critique of Poltical Economy (১৮৫৯ চন) ত আৰু পাচত সংশোধিতভাবে দাস কেপিটেলত এই বিষয়ে তেওঁ বহুল ভাবে আলোচনা কৰিছে।

শ্ৰমৰ ফলতে ধনীক শ্ৰেণীৰ সুন্দৰ অট্টালিকা উঠে। কিন্তু যি সকলে মূৰৰ ঘাম পেলাই এই অট্টালিকা সাজিলে সেই মেহনতী সকলৰ বাবে কিন্তু বৈ গ'ল কিছুমান জৰাজীৰ্ণ, অস্বাস্থ্যকৰ সৰু সৰু জুপুৰী ঘৰ। ধনীয়ে লাভ কৰিলে আবিষ্কাৰৰ বিৰাট সাফল্য, সুখ, ভোগ, সম্পদ, আনহাতে অতিৰিক্ত শ্ৰম কৰি কল-কাৰখানা শিল্প-উদ্যোগৰ হাজাৰ বিজাৰ কৰ্মীয়ে হেৰুৱালে সুখ, শান্তি, আনন্দ উপভোগ; ক্ষয়ৰ অন্ধকাৰত তেওঁলোক হ'ল সৰ্বস্বান্ত! শ্ৰমৰ ফলতে সৃষ্টি হল সৌন্দৰ্য্যৰ; আনফালে উত্তৰ হ'ল—বিকলাঙ্গ শ্ৰমিকৰ মৰ্মান্তিক বেদনাৰ কৰুণ আৰ্তনাদ। শ্ৰমে দান কৰিলে জ্ঞান বুদ্ধি চমকপ্ৰদ কৌশল; শ্ৰমিকৰ ভোগ হ'ল অজ্ঞানতা। অজ্ঞানতা অবুজ মানসিক স্থবিৰতা। যান্ত্ৰিক যুগৰ বলি স্বৰূপে শ্ৰমিক বনুৱা কৃষকে অভিশপ্ত জীৱন অতিবাহিত কৰিলে। এওঁলোকৰ

নিষ্ঠুৰ হিংস্ৰতাৰ মাজত শুভাকাঙ্ক্ষীসকলৰ প্ৰতি কটূক্তি বৰ্ষণ প্ৰকাশ পাইছে। অনেক গ্ৰন্থ পঢ়াশুনা কৰিছিল কচোৱে। এই গ্ৰন্থ অধ্যয়নৰ মাজেদি তেওঁৰ মানসিক দৃষ্টিভঙ্গী বহুল পৰিমাণে গভীৰ হৈছিল আৰু ইয়াৰ ফলস্বৰূপে তেওঁৰ বৰ্ণনাত ক্ৰোধ, নৈৰাশ্য সাময়িক অসঙ্গত ব্যৱহাৰ আদিৰ লগতে স্নেহ, সহযোগিতা, সৌন্দৰ্য্য-বোধ, ভৱিষ্যত জীৱনৰ স্বপ্ন দৃঢ়তাৰে প্ৰকাশ পাইছিল। স্বগতোক্তিৰ মাজেদি কচোৰ আপোন সত্তাৰ বৈচিত্ৰময় উপলব্ধি আমি গম পাওঁ। সুদীৰ্ঘ বিৱৰণীৰ পৃষ্ঠাই পৃষ্ঠাই কচোৰ মুক্ত মনৰ পৰিচয় ফুটি ওলাইছে আৰু তেওঁৰ জীৱনৰ দ্বন্দ্ব আৰু বিপৰ্য্যয়ৰ কথা উচ্চাৰিত হৈছে।

কচোৰ 'আত্মস্বীকাৰ' এক বিপুল গ্ৰন্থ। ইয়াৰ মূল পাঠ লিপিবদ্ধ কৰা সম্ভৱ নহয়। জীৱন কাহিনীৰ উল্লেখযোগ্য ঘটনাৱলী অনুসৰণ কৰি কিছু সংক্ষিপ্ত আভাস দাঙি ধৰিবলৈ এই প্ৰবন্ধ যুগুত কৰা হৈছে। কৌতূহল থকা পঢ়ুৱৈ এজনে মূল পাঠ পঢ়িলে কচোৰ আত্ম-বিশ্লেষণৰ অনেক কথাই যে গম পাব তাত কোনো সন্দেহ নাই।

১৭১২ খ্ৰীষ্টাব্দৰ ২৮ জুন তাৰিখে জেনেভা চহৰৰ এক মধ্যবিত্ত কৰ্মচাৰী পৰিয়ালত জা, জাক্ কচোৰ জন্ম হয়। জন্মৰ পাচতেই তেওঁ মাক চুজান্ বাৰ্নাডক হেৰুৱাৰ লগাত পৰে। সামান্য অসুখত ভুগিয়েই চুজান্ বাৰ্নাডে ইহলীলা ত্যাগ কৰি কচোক মাতৃহীনা কৰে। বাপেকৰ নাম আছিল, আইজাক্ কচো। ঘড়ীৰ দোকান-খনেই আছিল তেওঁৰ উপাৰ্জনৰ একমাত্ৰ সম্বল। যি সামান্য আয় হৈছিল তাৰে তেওঁৰ সক সংসাৰখন কোনোমতে চলি গৈছিল। মাক নোহোৱা ল'ৰাটিক তেৱেঁই আদৰ-চেনেহেৰে লালন-পালন কৰিছিল। সাত বছৰ কাল এনেদৰে অতিবাহিত কৰাৰ পাচত—আইজাক্ কচোৰ জীৱনলৈ আহিল দুৰ্যোগ। এজন কৰ্মচাৰী বিষয়াৰ লগত বিবাদ ঘটাৰ ফলত তেওঁ বিচাৰৰ সন্মুখীন হব লগাত পৰিল। একালে অৰ্থাভাৱ, আনকালে পুলিচৰ জোৰ-জুলুম। কাৰাবৰণৰ পৰা হাত

সাৰিবলৈ তেওঁ পলাই যাবলৈ বাধ্য হ'ল। সাত বছৰীয়া কচোৰ ভাৰ বৰ দেউতাকে আনন্দেৰে গ্ৰহণ কৰি নিজৰ ঘৰলৈ লৈ আহিল। দেউতাকৰ অনুপস্থিতিত যাতে কচোৰ মন বিমৰ্ষ নহয় সেই উদ্দেশ্যে এজন পুৰোহিতৰ ওচৰত ঘৰুৱা শিক্ষাৰ ব্যৱস্থা বৰদেউতাকে কৰি দিলে। কচোৱে সৰুৰে পৰা কিতাপ পঢ়াৰ অভ্যাস কৰিছিল। বিশেষকৈ মাকৰ যত্ন আৰু লালন-পালনত তেওঁ সদায় সাধুকথা শুনিবলৈ উৎসাহ পাইছিল। মাকে নিজেও পঢ়া-শুনা কৰিছিল আৰু কচোকো ক, খ, গ, ঘ পঢ়িব পৰা হোৱাৰ দিন ধৰি কিতাপ পঢ়া অভ্যাস কৰোৱাইছিল। গাঁৱৰ পুৰোহিতৰ তলত জ্ঞান অৰ্জন কৰোঁতে তেওঁ অনেক কিতাপ পঢ়ি শেষ কৰি পেলাইছিল। এই সময়ছোৱাত কচোৱে গাঁৱলীয়া জীৱনৰ লগত আৰু প্ৰকৃতিৰ লগত এক মধুৰ সম্বন্ধ গঢ়ি তুলিবলৈ সুবিধা পায়। খেলাৰ ভিতৰেদি প্ৰাকৃতিক বস্তুবাজিৰ লগত তেওঁৰ পৰিচয় ইয়াতে আৰম্ভ হৈছিল বুলি কব পাৰি।

পুৰোহিতৰ ভনীয়েক কুমাৰী লাঁবেৰচিয়েৰ মৰম আৰু অনুশাসনত কচোৱে মাকৰ অভাৱ বহু পৰিমাণে লাঘৱ কৰিব পাৰিছিল। অৱশ্যে দুষ্টালি কৰিলে কেতিয়াবা লাঁবেৰচিয়েৰৰ হাতত কচোৱে শাস্তিও ভোগ কৰিব লগাত পৰিছিল। এই শাস্তি ভোগ কৰিবলৈ কচোৱে অনেক সময়ত মনে প্ৰাণে কামনাও কৰিছিল। লাঁবেৰচিয়েৰৰ সুন্দৰ চেহেৰালৈ তেওঁ একেথৰে চাই থাকি ভাল পাইছিল। আঠ বছৰৰ এটা ল'ৰাৰ মনত এগৰাকী সুন্দৰী গাভৰুৰ প্ৰতি এই আগ্ৰহ হয়তো ইন্দ্ৰিয় অনুভূতিৰ এক ক্ষীণ ইঙ্গিতস্বৰূপে প্ৰতিফলিত হৈছিল। ইয়াৰ পৰিণতিত শাস্তিৰ কোৰ ক্ৰমাৎ বৃদ্ধি পাইছিল। এদিন এখন মূৰ আচোঁৰা ফণি ভঙাৰ ফলত কচোৰ ওপৰত লাঁবেৰচিয়েৰৰ ক্ৰোধে চৰমসীমা পাইছিলগৈ। কচোৱে নিজৰ অপৰাধ স্বীকাৰ নকৰাত তেওঁ মৰ্মাহত হৈছিল। কচোৰ আত্মস্বীকাৰত উল্লেখ আছে যে প্ৰকৃততে তেওঁ ফণিখন ভঙা নাছিল। বিনা অপৰাধত তেওঁক শাস্তি

বিহাত তেওঁ প্ৰতিবাদ কৰিছিল মাত্ৰ। কিন্তু কুমাৰী দাঁবেৰচিয়েৰৰ ধাৰণা পৰিবৰ্তন কৰিবলৈ তেওঁ সক্ষম নহ'ল। দুখ-কেজাৰও সেইবাবে পুৰোহিতৰ বাসভৱন ত্যাগ কৰি তেওঁ পুনৰ জেনেভাত থকা ৰবদেউতাকৰ ঘৰলৈ উভতি আহে। সেই সময়ছোৱাত কচোৱে বেয়া ল'ৰাৰ সঙ্গত পৰি, বেয়া আলোচনাত যোগদি কিছু উদণ্ডতাৰ পৰিচয় দিছিল আৰু প্ৰতিবেশী ল'ৰাৰ লগত কন্দ হাই-কাজিয়া পাতিছিল। দেউতাকে সেই সময়ত ওচৰৰ গাওঁ এখনতে গোপনে বাস কৰিছিল। কচোৱে মাজে সময়ে তালৈ গৈ বাপেকৰ খবৰ বাতৰি লৈছিল। এনেকৈ অহা-যোৱাৰ ফলত বাপেক থকা ঘৰৰ ওচৰ-চুবুৰীয়া দুজনী ছোৱালীৰ লগত কচোৰ চিনাকি ঘটে। সেই সময়ত কচোৰ বয়স আছিল এঘাৰ আৰু ছোৱালী দুজনীৰ বয়স বাইছ-তেইছ্। দুয়োৰে প্ৰেমত পৰি কচোৱে ঘনাই ঘনাই বাপেকৰ ওচৰলৈ যাবলৈ ধৰাত বাপেকৰ সন্দেহ হ'ল আৰু কচো অহাটো বন্ধ কৰিলে। সেইদিনা কচোৱে কান্দি পেলাইছিল আৰু মনে মনে বাপেকৰ আচৰণত প্ৰতিবাদ কৰিছিল। জেনেভাৰ পৰা কচোৱে ছোৱালী দুজনীলৈ প্ৰেমপত্ৰ লিখি ভালপোৱা আৰু গাঢ় কৰি তুলিছিল। কিছুদিন এইদৰে অতিবাহিত হোৱাৰ পাচত এদিন হঠাৎ কচোৱে গম পালে যে তেওঁৰ প্ৰণয়িনী দুয়ো গৰাকীৰ বিয়া বন্দবস্ত হৈ গৈছে। এই বাৰ্তা পাই কচোৰ অন্তৰে কান্দি-কাটি বাউল হৈছিল আৰু শপত খাইছিল—জীৱনত তেওঁ কোনো ছোৱালীক ভাল নাপায় বুলি।

তেৰ বছৰ বয়সত কচোৱে এখন শিল পাথৰ খোদাই কৰা দোকানৰ কামত সোমায়। কিন্তু মালিকৰ নিষ্ঠুৰ ব্যৱহাৰত এই কামত তেওঁ তিষ্ঠি থাকিব নোৱাৰিলে। যন্ত্ৰ-পাতি চুৰি কৰা অপৰাধত এদিন কঠোৰ শাস্তি ভোগ কৰি কচোৱে কামৰ পৰা খেদা খালে। কচোৱে আত্মজীৱনীত এই ঘটনাৰ বিষয়ে লিখিছে—"অন্য কাৰিকৰৰ প্ৰলোভনত পৰি মই দুই-এপদ বস্তু চুৰ কৰাটো মিছা কথা নহয়।

এইবোৰ নি মই অন্য কাৰিকৰক দিছিলোঁ। সুবিধা পায়ো মই কিন্তু কেতিয়াও পইচা চুৰ নকৰিছিলোঁ। কেতিয়াবা মালিকৰ টেবুলৰ পৰা বগা কাগজ উঠাই আনি ঘৰত দুই-এটা গল্প কৱিতা লেখিছিলোঁ। কাগজ কিনিবলৈ মোৰ হাতত পইচা নাছিল। ধৰা পৰি মাৰ খোৱাৰ বাবে মোৰ কষ্ট হোৱা নাছিল। মই মাৰ খাবলৈকে এই পৃথিবীত হয়তো জন্ম লৈছোঁ। কিন্তু কাম কৰা এই তিনিটা বছৰত মই প্রচুৰ কিতাপ পঢ়িছিলো। ওচৰতে থকা পুথিভঁৰালৈ নিতৌ গৈ মই কিতাপৰ লগত অধিক সময় কটাই দিছিলোঁ। ভাল, বেয়া সকলো ধৰণৰ কিতাপ পঢ়া মোৰ অভ্যাসত পৰিণত হৈ পৰিছিল।”

১৬ বছৰত ভৰি দিয়েই কচোৱে জেনেভাৰ পৰা পলাই যায়। এই সময়ছোৱা তেওঁৰ জীৱনৰ এক উল্লেখযোগ্য অধ্যায়। কচো অকলশৰীয়া, নিঃসম্বল। বিচ্ছিন্ন অসংলগ্নতাৰ জীৱন অতিবাহিত কৰোতে তেওঁ উন্মুক্ত পৃথিবীৰ সোৱাদ পাইছিল। যলৈকে মন যায় তেওঁ গৈছিল, যি কৰিবলৈ ভাল লাগে তেওঁ কৰিছিল। হেজাৰ সপোনৰ ৰঙীন ফুল ফুলি তেওঁৰ মন কল্পনাৰ ৰাজ্যত ভ্রমি ফুৰিছিল। অ'ত-ত'ত ঘূৰি ফুৰি, অ'ত-ত'ত খাই-বৈ কচোৱে দিনবোৰ পাৰ কৰি দিছিল। নিজৰ স্বভাৱৰ বিষয়ে কচোৱে লেখিছিল যে ইচ্ছা কৰা-হেঁতেন তেওঁ জেনেভাতে থাকি এক সংযত জীৱন কটাই দিব পাৰিলেহেঁতেন। ভাল আচৰণ প্রদর্শন কৰি খোদাই কৰা কাৰখানাতে নিজৰ জীৱিকাৰ পথ সুগম কৰি ৰাখিব পাৰিলেহেঁতেন। প্রতি ৰবিবাৰে গীৰ্জালৈ গৈ ধাৰ্মিক ব্যক্তি বুলি সম্মানো পালেহেঁতেন। হয়তো তেওঁ শান্তিও পালেহেঁতেন। কিন্তু, এই সীমাবদ্ধতাত কচোৰ মন-প্রাণ স্থিৰেৰে থাকিব নোৱাৰিলেহেঁতেন। তেওঁ স্বাধীন হৈ ওলাই অহাটোকে স্থিৰ কৰি পেলালে।

কচোৰ এই সময়ৰ বিচিত্র কাহিনী মর্মস্পর্শী ভাষাত 'আত্ম-স্বীকাৰ'ত প্রকাশ পাইছে। এই সময়তে কচোৰ লগত মাদাম দ্য ওৱাৰৰ পৰিচয় ঘটে চেভয় চহৰত থকা এজন ধর্মযাজকৰ যোগেদি।

মাদাম আছিল ৰূপে-গুণে অতুলনীয়া। দুখী-দৰিদ্ৰক সহায় কৰা তেওঁৰ আছিল ধৰ্ম। মাদামৰ সান্নিধ্যত কচোৱে যেন নতুন জীৱন লাভ কৰিলে। মাদামে ভাবিছিল, কচো এক ভ্ৰষ্ট, চেঙেলীয়া ডেকা, তেওঁৰ মৰম চেনেহ পালে হয়তো ল'ৰাটো আকৌ সৎ পথলৈ ঘূৰি আহিব। কচোৰ চকুত দুধাৰি লোতক বাগৰি আহিছিল যেতিয়া মাদামে প্ৰশ্ন কৰিছিল,—"কিয় এই বয়সত এনেকৈ অনাই-বনাই ঘূৰি ফুৰিছা?" হাঁহিমুখে আশ্ৰয় দি মাদামে তেওঁৰ বৃহৎ প্ৰাসাদৰ ভিতৰলৈ কচোক হাতত ধৰি লৈ গৈছিল। আঠাইশ বছৰীয়া মাদাম হ ওৱাৰা বিধবা, যৌৱনৰ অফুৰন্ত ৰূপ-লাৱণ্য তেওঁৰ অঙ্গে অঙ্গে উপচি পৰিছিল। মুখত সদায় এমোকোৰা হাঁহি, স্নেহভৰা চকুৰ চাৱনি, বুদ্ধিদীপ্ত তেওঁক চেহেৰাত কচোৱে তন্ময় হৈ পৰিছিল। মাদামৰ যত্নত কচোৰ শিক্ষা-দীক্ষাৰ ব্যৱস্থা হ'ল। বিপথে যোৱা ল'ৰা-ছোৱালীক কুলীয়া শিক্ষা দি দোষ সংস্কাৰ কৰা এখন প্ৰতিষ্ঠানত তেওঁক ভৰ্তি কৰি দিয়া হ'ল। প্ৰথমতে কচোৱে নতুন শিক্ষাৰ কথা শুনি অতিশয় আনন্দ পাইছিল আৰু উত্ৰাৱল চিত্তেৰে সেই প্ৰতিষ্ঠানলৈ যাত্ৰা কৰিছিল।

কিন্তু কচোৱে যি কল্পনা কৰিছিল সেই কল্পনা ঠিকে ঠিকে পৰিণত নহ'ল। শিক্ষাৰ ব্যৱস্থা আছিল অত্যন্ত শাস্তিবহুল। কাৰাগাৰৰ কয়দীৰ দৰে কঠোৰ শাসনেৰে ইয়াত শিক্ষাক্ৰম প্ৰয়োগ কৰা হৈছিল। সৎ পথত থাকিবলৈ, ধৰ্মনীতি পালন কৰিবলৈ ইয়াত কোৱা হৈছিল। এনে ধৰণৰ বন্ধনত থাকিবলৈ কচোৱে সমূলি ভাল নাপালে। মুক্ত বতাহ, মুক্ত চলন-ফুৰণৰ অভাৱত তেওঁৰ মন বিদ্ৰোহী হৈ উঠিল। হাতত মাত্ৰ কুৰিটা মুদ্ৰা (ফ্ৰাঁ) লৈ কচোৱে শিক্ষা প্ৰতিষ্ঠান ত্যাগ কৰিলে।

কিছুদিন অনাই-বনাই ভ্ৰমি ফুৰি কচো ক্লান্ত হৈ পৰিছিল। ভোক-পিয়াহত জৰ্জৰিত হৈ তেওঁ অ'ত-ত'ত আশ্ৰয় বিচাৰি হাবাথুৰি খাইছিল। কিছুদিনৰ বাবে এখন দোকানত নামমাত্ৰ দৰমহাত তেওঁ

হাড়ভঙা কাম কৰি পেট প্ৰৱৰ্ত্তাবলৈ সুবিধা পাইছিল। কিন্তু দোকানৰ মহাজনৰ গাভৰু স্ত্ৰীৰ লগত হলিগলি কৰা অপৰাধত চাকৰিটো তেওঁ হেৰুৱাব লগাত পৰিছিল। এগৰাকী মহিলাৰ অনুগ্ৰহত কচোৱে কাউণ্টেছ ত্ব ভাৰ' চেলিছৰ প্ৰাসাদত পৰিচাৰকৰ কাম লাভ কৰে। দৰমহা-পাতিৰ ফালৰ পৰা চাকৰিটো আছিল ভাল। খোৱা-বোৱাটো কোনো অভাৱ নাছিল। কিন্তু অলপ দিনৰ পাচতে কচোৰ চাকৰিৰ টনাটনি পৰিল। কাউণ্টেছৰ কোনো সতি-সন্ততি নাছিল। ভায়েকৰ ল'ৰাটোকে সম্পত্তিৰ মালিকৰূপে উইল কৰি কাউণ্টেছে কেন্সাৰ ৰোগত ইহলীলা ত্যাগ কৰিছিল। নতুন মালিকৰ তলত বহুতো কৰ্মচাৰীৰ চাকৰি গ'ল। কচোৱে এজনী পৰিচাৰিকাৰ চুলিত মৰা ফিটা এগছ চুৰি কৰা অপৰাধত ধৰা পৰি কামৰ পৰা খেদা খালে। কাউণ্টেছৰ প্ৰাসাদত মেৰিঅ' নামৰ কম বয়সীয়া ছোৱালী এজনীয়েও কাম কৰিছিল। গোলাপ ফুলৰ দৰে মৰম লগা মুখখনিৰে মেৰিঅ'ই প্ৰথমৰে পৰা কচোৰ মন-প্ৰাণ হৰণ কৰিছিল। ক'ৰবাত কিবা ভাল বস্তু পালেই কচোৱে তাইলৈ লৈ আহিছিল আৰু সুবিধা পালেই চুপটি মাৰি মেৰিঅ'ক ব্যতিব্যস্ত কৰিছিল। কচোৱে ফিটাডাল তাইলৈকে চুৰ কৰি আনি শেনচকুৰা আন এজন লিগিৰাৰ হাতত ধৰা পৰে। নতুন মালিকৰ কাণত কথাটো পৰিবলৈ বেছি সময় নালাগিল। কচোক মতাই আনি তেওঁ কৈফিয়ৎ বিচাৰিলে। কচোৰ মুখৰ পৰা হঠাৎ ওলাই পৰিল—মেৰিঅ'। তেনেহলে ফিটাডাল মেৰিঅ'ই চুৰ কৰি আনি কচোক লুকাই থবলৈ দিছিল? মেৰিঅ'ক মতাই আনি মালিকে প্ৰশ্ন কৰিলে, তিৰস্কাৰ কৰি তৰ্জন-গৰ্জন কৰিলে। মেৰিঅ'তো অবাক। তাইতো এনে বেয়া কাম কৰা ছোৱালী নহয়। কাউণ্টেছৰ টকা-পইচা, গহনা-পাঠৰি য'তে-ত'তে পৰি থাকে। তায়ে সেইবোৰ বুটলি পেৰাত ভৰাই থৈ দিয়ে। কোনো বস্তু তাই আজিলৈকে লোভৰ চকুৰে চোৱা নাই। সামান্য

ফিটা এগছ নি তাই কি কৰিব? কচোৱে কিন্তু জেদ নেৰিলে। ধৰা পৰাৰ ভয়ত তেওঁ মেৰিঅ'কে মাত্ৰ আঙুলিয়াই দিলে। কোনে প্ৰকৃততে চুৰ কৰিছে নিৰ্ণয় কৰিব নোৱাৰাত দুয়োজনৰে কাম গ'ল। কচোৱে এই ঘটনাটো তেওঁৰ জীৱনৰ এক বেদনাভৰা মুহূৰ্ত বুলি বৰ্ণনা কৰিছে। মেৰিঅ'ক বিনা দোষত অভিযুক্ত কৰি তেওঁৰ বিবেক দংশন হৈছিল। অথচ মেৰিঅ' আছিল তেওঁৰ আটাইতকৈ মৰমৰ। তাইক ফিটাডাল দি দুখনি কোমল হাতৰ শীতল পৰশ, এষাৰি মৰমী মাত পাবলৈ কচোৰ দেহ-মন ব্যাকুল হৈ পৰিছিল। মনে-প্ৰাণে তাইৰ কথা সৰ্বদা কচোৱে ভাবি আছিল আৰু সেই সময়ত তেওঁৰ মুখত হঠাতে মেৰিঅ' নামটো ওলাই পৰিছিল। এই দুৰ্বলতাৰ বাবে কচোৱে জীৱনত বহুতো অনুশোচনা কৰিব লগা হৈছিল বুলি আত্মস্বীকাৰত উল্লেখ আছে।

কচোৱে আকৌ এটা চাকৰি পালে। কিন্তু তেওঁৰ মন ইতিমধ্যে অনুশোচনাত দগ্ধ হৈ পৰিছিল। তেওঁৰ প্ৰাণে এক নাৰী হৃদয়ৰ সন্ধানত ব্যাকুল হৈ উঠিছিল। মনত পৰিল মাদাম-ড ওৱাৰালৈ, যাৰ কৰুণাত কচোৱে পথৰ ভিক্ষাৰীৰ পৰা ৰাজপ্ৰাসাদৰ ভিতৰচ'ৰালৈ সোমাব পাৰিছিল, যাৰ চেনেহত কচোৰ দীৰ্ঘদিনৰ অৱসাদ নিমিষতে আঁতৰি গৈছিল। কচো আকৌ উভতি আহিল জেনেভালৈ, উভতি আহিল মাদামৰ কাষলৈ। মাদামে বুজিছিল কচোৰ অন্তৰৰ কথা। অব্যক্ত আনন্দত তেওঁ কচোক সাৱটি ধৰি মৰম কৰিছিল, কৈছিল, "ভগৱানে ভালেই কৰিলে। এইবাৰ আৰু তোক মই এৰি নিদিওঁ।" তেতিয়া কচোৱে কান্দিছিল, সক কেচুৱাৰ দৰে কেৱল কান্দিছিল।

কচোৰ মঙ্গল কামনাই আছিল মাদাম-ড ওৱাৰাৰ একমাত্ৰ উদ্দেশ্য। অনেক ভাবিচিন্তি তেওঁ কচোক গীৰ্জা সম্পৰ্কীয় শিক্ষা দিবৰ বাবে এক চেমিনাৰিত ভৰ্তি কৰি দিলে। মাদামে ভাবিছিল যে ধৰ্মীয় শিক্ষাৰ ভিতৰেদি কচোৰ মন সংযত হ'ব আৰু সুসংবদ্ধ জীৱন অতিবাহিত কৰিবলৈ প্ৰেৰণা পাব। মাদামৰ আদেশ অমান্য কৰা

দুঃসাহস কচোৰ নাছিল, আনহাতে তেওঁৰ এই নতুন ব্যৱস্থাতো সমূলি উৎসাহবোধ নকৰিছিল। ধৰ্মান্ধ গোড়ামী শিক্ষাত তেওঁৰ সমূলি আস্থা নাছিল। ব্যক্তিক উদ্ধাৰ কৰিবলৈ যি ধৰ্মজ্ঞানে সামৰ্থ্য লাভ কৰিব নোৱাৰে তেনে তথাকথিত নীতিজ্ঞানৰ প্ৰতি কচোৰ আকৰ্ষণ মুঠেই নাছিল। মাদামৰ বিৰাট বাগানবাৰীত অলসদেহ এৰি দি তেওঁ ভাল পাইছিল। ভাল পাইছিল প্ৰকৃতিৰ নিৰ্জন বুকুত আশ্ৰয় লবলৈ, বিজন বনৰ গছে বনে অনাই বনাই ফুৰিবলৈ। তৰাবাত্ৰিৰ আকাশত জিলিকি উঠা হেজাৰ নক্ষত্ৰৰ জিলিকনিয়ে তেওঁৰ মন-প্ৰাণত নতুন শিহৰণ দিছিল। বন পৰিভ্ৰমণৰ অন্তত মাদামৰ কাষত বহি কচোৱে ৰঙীন দিনৰ ছবি কল্পনা কৰিছিল। কেতিয়াবা কেতিয়াবা তেওঁ হৈ পৰিছিল চঞ্চল। তেওঁৰ মদমত্ত যৌৱনৰ ক্লেশ-যন্ত্ৰণা আঁতৰ কৰিবলৈ তেওঁ কামনা কৰিছিল। এগৰাকী নাৰী, যাক সাবটি ধৰি যৌৱন যন্ত্ৰণাক শীত চন্দনৰ প্ৰলেপৰে প্ৰশমিত কৰিব পাৰিব। ভগৱানে জীৱন দান দিয়াৰ বাহিৰেও যৌৱন দিছে। যৌৱনৰ বাবেইতো সঙ্গীৰ প্ৰয়োজন। মাদামৰ অপৰূপ দেহবল্লৰীৰ ফালে কচোৱে তন্ময় হৈ নিজৰ সৌভাগ্যৰ কথা কল্পনা কৰিছিল। "মাদাম যেন সৌন্দৰ্য্যৰ প্ৰতিমূৰ্ত্তি, কি অপৰূপ চেহেৰা!" মুগ্ধ চাতকৰ দৰে কচোৱে মাদামৰ দেহ-ভঙ্গিমালৈ চাই পঠিয়াইছিল। মাদামৰ বয়স তেতিয়া ত্ৰিশ আৰু কচোৰ একৈশ। কচোৰ মনে, কচোৰ দেহে একো বাধা মানিব নোখোজে। মাদামৰ জীৱনত পুৰুষৰ আৰ্বিভাব আগতেই ঘটিছে। নাৰী-পুৰুষৰ দৈহিক মিলনক তেওঁ কোনোদিনে গুৰুত্ব দিয়া নাই। সাময়িক উত্তেজনা ঠাণ্ডা কৰিবলৈ দেহৰ আনন্দ তেওঁ বিচাৰে। কচোৰ কথাই, ভাব-ভঙ্গীয়ে তেওঁৰ মনক মাজে সময়ে বিহ্বল কৰি তুলিছিল। ভাবিছিল, কিয় এই অকাৰণত তেওঁৰ মনলৈ চঞ্চলতা আহিছে। কচোক তেওঁ কৰুণা কৰিছে মাত্ৰ, প্ৰেমৰ আলিঙ্গন দিব খোজা নাই। তেওঁ মন স্থিৰ কৰিব, আৰু গ্লানি সংকীৰ্ণতা সহ্য নকৰে।

কিন্তু কচোক কাষৰ পৰা আঁতৰ কৰিব তেওঁ নোৱাৰিলে। কেইমাহমানৰ ভিতৰতে চেমিনাৰিৰ পৰা কচো বিতাৰিত হ'ল। কোনো জ্ঞান আহৰণ কৰাত তেওঁৰ আগ্ৰহ নাই। অনুষ্ঠানৰ সু-নামত কলঙ্কৰ চেকা পেলাব বুলি শঙ্কা কৰি কচোক হোষ্টেলৰ পৰা ওভোতাই পঠোৱা হ'ল। মাদামে এইবাৰ কচোক সঙ্গীতৰ সাধনা কৰিবলৈ লগাই দিলে। মাদামৰ ঘৰত প্ৰায়ে সঙ্গীতৰ বৈঠক বহিছিল। ইয়ালৈ অনেক নামকৰা সঙ্গীতজ্ঞ আহি গোট খাইছিল। মাদামে নিজৰ পৰিচিত যাজক গীতিকাৰ ল'মেতৰৰ অধীনত সঙ্গীত শিক্ষা লবৰ বাবে কচোক পঠিয়াই দিলে।

কচোৱে তেওঁৰ স্বীকাৰোক্তিত লিখিছে, "যাজক ল'মেতৰ সঁচাকৈয়ে এজন গুণী ব্যক্তি আছিল। তেওঁৰ তলত সঙ্গীত চৰ্চা কৰি মই গৌৰৱ অনুভৱ কৰিছিলোঁ। মাদামৰ নিজা গানৰ বহীখনৰ পৰা অনেক গানৰ সুৰ তুলি মই আওঁৰাইছিলোঁ। মাদামৰ অনুগ্ৰহত যি সুবিধা মই লাভ কৰিছিলোঁ, তাক সম্পূৰ্ণৰূপে ফলৱতী কৰিবলৈ মই চেষ্টা কৰিছিলো। মোৰ নিষ্ঠাত ল'মেতৰে আনন্দ পাইছিল আৰু সযত্নৰে মোক গানৰ শিক্ষা দান কৰিছিল। ল'মেতৰে কিন্তু প্ৰচুৰ মদ খাইছিল, কেতিয়াবা বিহ্বল হৈ কান্দিছিল। তেওঁৰ অন্তৰৰ কোনোবা প্ৰান্তত এক ব্যাকুলতাই মাজে সময়ে গুজৰি গুমৰি উঠিছিল। মই প্ৰায়ে তেওঁৰ বিষাদমগ্ন মনটোক বং-ধেমালিৰ কথা কৈ আলোকিত কৰিবলৈ যত্ন কৰিছিলোঁ। এদিন এক সামান্য কথাত গীৰ্জাৰ কৰ্তৃপক্ষৰ লগত যাজক ল'মেতৰ মতবিৰোধ হ'ল। তেওঁ আনেছি ত্যাগ কৰি গুছি গ'ল। মাদামে ল'মেতৰ যাবলৈ ওলোৱাত মৰণান্তিক বেজাৰ পাইছিল। মোক আৰু মাদামৰ মুখ্য পৰিচাৰক ক্লডি আনেতক লগত দি তেওঁক আগবঢ়াই থবলৈ ভাৰ দিছিল। মই তেওঁৰ গীতবাদ্যৰ পেৰাটো কঢ়িয়াই কৰাচী দেশৰ একোণত অৱস্থিত বেলি চহৰ পৰ্য্যন্ত গৈছিলোঁ। এইকেইদিন বাহিৰত থাকি মাদামৰ

চিন্তাত মোৰ মন আতুৰ হৈ পৰিছিল। মই যেন তেওঁক নেদেখিলে পাগল হৈ যাম!

কিন্তু আনেছিলৈ আহি দেখিলোঁ, মাদাম নাই। তেওঁ পেৰিচলৈ গৈছে। তাত ক'ত আছে, কি কৰিছে কোনও সঠিক খবৰ দিব নোৱাৰাত মোৰ অন্তৰে কান্দি উঠিছিল। মাদামৰ সান্নিধ্য লাভৰ বাবে মই যি উৎসুক, তাক এনেদৰে হেৰুৱাব নোৱাৰি। মোৰ প্ৰেম অথলে যাবলৈ দিলে মোৰ মৃত্যু সুনিশ্চিত। মই ভাবোঁ, আমাৰ দুয়োৰে বাবে এই আকৰ্ষণ নিশ্চয় স্বাভাৱিক।" কচোৰ এই স্বীকাৰোক্তিত মাদামৰ প্ৰতি থকা এক অদম্য বাসনা প্ৰতিফলিত হৈছে। যৌৱন আছে বুলিয়েইতো প্ৰেমৰ অমৰাৱতী ৰচিত হৈছে। "মাদামৰ বয়স হলেও ৰূপ ম্লান পৰা নাই। তেওঁৰ দেহত প্ৰেমৰ প্ৰাচুৰ্য্য এক অনিবাৰ্য্য প্ৰদীপৰ দৰে উজ্জ্বল হৈ আছে। এই অপৰূপ, এই অনিন্দিতা দেহ-ভঙ্গীমা যেন সহস্ৰবৰ্ষ মধুময় হৈ থাকে, কোনো দিনে যেন শেষ হৈ নাযায়।"

আকৌ যাত্ৰা আৰম্ভ হ'ল কচোৰ। অপৰিসীম ক্লান্তি, অৱসাদ। চকুত নিদ্ৰা নাই, অনাহাৰ, অৰ্ধাহাৰ, নিঃসঙ্গ কচো, কলৈ যাব, ক'ত শান্তি পাব? পৃথিবীৰ সকলো তন্ন তন্ন কৰি, পাতাল ভেদ কৰি হ'লেও মাদামক বিচাৰি উলিয়াব লাগিব, নহলে জীৱন অৰ্থহীন। তেওঁ কৈছিল, "মুক্তকণ্ঠে স্বীকাৰ কৰাত লাজ কিহৰ যে মাদাম ড ওৱাৰাক মই অন্তৰেৰে ভাল পাওঁ। মোৰ মানত তেওঁতো কেৱল ৰমণীয়েই নহয়, এই পৃথিবীত তেওঁ মোৰ একমাত্ৰ ৰমণীয় আকৰ্ষণ।"

কচোৰ ভ্ৰমণ বৃত্তান্তত বহুতো কৌতূহলপূৰ্ণ বিৱৰণে ঠাই পাইছিল। অনেক ঠাইলৈ তেওঁ গৈছিল আৰু সেইবোৰ অঞ্চলৰ প্ৰাকৃতিক, ভৌগোলিক আৰু সামাজিক অৱস্থা বিতংভাৱে বৰ্ণনা কৰিছিল। ফ্ৰিবুৰ্গ, লুজান প্ৰভৃতিত তেওঁৰ শিল্পীসুলভ মন প্ৰাকৃতিক দৃশ্যবাজিৰ প্ৰতি আকৃষ্ট হৈছিল। "ৰতাহৰ চৌৱে-চৌৱে উৰি আহে অজনা ফুলৰ সুবাস, অজনা চৰাই-চিৰিকতিৰ মৰম-লগা মাত। কৃষ্ণচূড়াৰ

ডালে ডালে ফাগুনৰ বা' লাগি সমগ্ৰ পৃথিবীখন যেন উৎসৱমুখৰ হৈ পৰিছে।" অনাই বনাই ফুৰোঁতে কচো কেতিয়াবা ক্লান্ত হৈ পৰিছিল, আহাৰ-নিদ্ৰাৰ অভাৱত তেওঁৰ শৰীৰলৈ অৱসাদ আহিছিল। অন্নৰ অভাৱ দূৰ কৰিবলৈ তেওঁ কেতিয়াবা অসৎ উপায়ো অৱলম্বন কৰিব লগাত পৰিছিল। এবাৰ তেওঁ নিজকে এজন নামকৰা সঙ্গীতজ্ঞৰূপে পৰিচয় দি ধনী ৰমণীসকলৰ পৰা অৰ্থ সংগ্ৰহ কৰিছিল। যৌৱনৰ জ্বালা আঁতৰ কৰিবলৈ তেওঁ কেতিয়াবা সুন্দৰী ৰমণীক অনুসৰণ কৰি অপদস্থ হৈছিল। কেতিয়াবা আকৌ ঠগ, প্ৰৱঞ্চকৰ হাতত পৰি, নিজৰ হাতত থকা লাম-লাকটু পৰ্য্যন্ত হেৰুৱাইছিল। এবাৰ বোলে এজন প্ৰৱঞ্চক গ্ৰীক যাজকৰ কথাত ভোল গৈ তেওঁ অৰ্থসংগ্ৰহ কৰা কামত ধৰা পৰি শাস্তি ভোগ কৰিব লগাত পৰিছিল।

কচোৰ পেৰিচ চহৰৰ অভিজ্ঞতা চমকপ্ৰদ। পেৰিচ আছিল ফৰাচীসকলৰ স্বৰ্গৰাজ্য। "যি এই চহৰ দেখা নাই তেওঁ পৃথিৱীৰ বিপুল আনন্দৰ পৰা বঞ্চিত। প্ৰেম, অৰ্থ, সজ আৰু সমাজৰ এক জীৱন্ত সমাৰোহ এই পেৰিচ চহৰ। ইয়াত প্ৰাণ আছে, অফুৰন্ত কৰ্মপ্ৰেৰণা আছে।" কচোৱে পেৰিচত ভৰি দিয়েই বিস্ময় নেত্ৰেৰে চতুৰ্দিশৰ নানা ৰঙৰ আলোকমালা চাইছিল। বাটে-পথে অভিজাত সুন্দৰী ৰমণীৰ মন ৰোমাঞ্চিত কৰা চলমান ৰূপৰ শোভাযাত্ৰা, চকুত তেওঁলোকৰ অপাৰ প্ৰণয়ৰ উন্মাদনা, দেহলতিকাৰ অঙ্গে-অঙ্গে কামনাৰ তীব্ৰ জোৱাৰ। কচোৱে তন্ময় হৈ চাইছিল পেৰিচ চহৰৰ ৰূপহী ৰাতিৰ বিচিত্ৰ চলচিত্ৰ। যেন কচোৰ বাবে এইৰোৰে অপেক্ষা কৰি দিনৰ পাচত দিন, মাহৰ পাচত মাহ, বছৰৰ পাচত বছৰ অতিবাহিত কৰিছে। তেওঁৰ নিঃস্ব জীৱনৰ নিৰ্ম্মম যাতনা, অসীম শূন্যতা লাঘৱ কৰিবলৈকে যেন তেওঁলোকৰ সৃষ্টি হৈছে। "ৰমণী হৈছে পুৰুষৰ সকলোতকৈ বেছি ৰমণীয় কৌতুক। নাৰীৰ লগত পুৰুষৰ ক্ৰীড়া পাপ নহয়, এই কাৰ্য্য পৌৰুষৰ পৰিচয় মাত্ৰ।"

কচোৰ দীৰ্ঘ, সুঠাম দেহত ভাহি যাবলৈ পেৰিচৰ গাভৰুৰ অভাৱ

হোৱা নাছিল। প্ৰমীলাক্ৰান্ত হলেও কচোৰ অন্তৰত মাদাম-ড্য ওৱাৰাৰ সুন্দৰ মুখখনি সদায় সহস্ৰাক্ষ দিবাকৰৰ দৰে উজ্জ্বল হৈ আছিল। সাময়িক সুখ, সঙ্গলাভৰ মাজেদিয়েই কচোৱে জাগ্ৰত কৰি ৰাখিছিল জীৱনৰ বিক্ষুব্ধ জিজ্ঞাসা। যি পথেদি তেওঁ আগবাঢ়িছে, যি পথত ঘূৰি ফুৰি তেওঁ ক্লান্ত হৈ পৰিছে, সেই পথৰ শেষ ক'ত, কি আছে পথৰ সীমাৰেখাত ? সকলো বিশ্ববৰেণ্য সাহিত্যিকৰ জীৱন চৰিতত এই প্ৰশ্নৰ অৱতাৰণা আমি দেখিবলৈ পাওঁ। জীৱন জিজ্ঞাসাৰ যি জীৱনব্যাপি সংগ্ৰাম তাৰ ফলস্বৰূপে বিশ্বসাহিত্যত অনেক সৰ্বশ্ৰেষ্ঠ ৰচনা ৰচিত হৈছে। লোক-জীৱনত ইমান বিশৃঙ্খল জীৱনযাপন কৰিও দস্তয়ভস্কি, বালজাক, আলেকজেণ্ডাৰ ডুমা, টলষ্টয় প্ৰভৃতিয়ে আকাশস্পৰ্শী সাফল্যৰে মানৱ জীৱন ৰূপায়িত কৰিছিল। কচোৰ আত্মস্বীকাৰতো আমি এনে এক বিস্ময়পূৰ্ণ ইতিহাস পঢ়িবলৈ পাওঁ, যি ইতিহাসৰ প্ৰতিটো আখৰতে এজন বিশৃঙ্খল মানুহৰ মনৰ ভাৱনা-বাসনা জ্বল-জ্বল পট-পটকৈ প্ৰতিফলিত হৈছে।

পেৰিচত কচোৱে যিবোৰক হীৰা-মণি-মাণিক্য বুলি বিচাৰি হাবাথুৰি খাইছিল, সেইবোৰ যে প্ৰকৃততে কিছুমান সস্তীয়া আইনাৰ টুকুৰাহে কচোৱে উপলব্ধি কৰিবলৈ সৰহ সময় নালাগিল। পেৰিচ চহৰখনৰ মালিক, টকা। টকা-পইচা হলে পেৰিচখন কিনি পেলাব পাৰি। দুখী-দৰিদ্ৰৰ বাবে ইয়াত কোনো ঠাই নাই, আশ্ৰয় নাই। কচো আহিছিল মাদাম-ড্য ওৱাৰাৰ অন্বেষণত। কিন্তু তেওঁ ক'ত ? তেওঁতো ইয়াত নাই। দুই-তিনিমাহৰ আগতে চুইজাৰলেণ্ডলৈ গুচি গৈছে। দুৰ্যোগ, ব্যৰ্থতা, অভাৱ দূৰ কৰিব পাৰিব একমাত্ৰ মাদামেহে। পৃথিৱীৰ য'তে তেওঁ থাকক, বিচাৰি উলিয়াবই লাগিব। কচোৱে দুৰ্নিবাৰ আশা বুকুত বান্ধি চুইজাৰলেণ্ডলৈ যাত্ৰা কৰিলে।

কচোৰ আত্মস্বীকাৰত মাদামক চেম্বাৰী নামৰ ঠাইত বিচাৰি পোৱা আলোচনা সজীৱ হৈ উঠিছে। চৰিত্ৰৰ মাজেদি প্ৰাণ প্ৰতিষ্ঠা

কৰা সৃষ্টিক্ষমতাৰ মন্ত্ৰ কচোৱে বঢ়িয়াকৈ জানিছিল। মাদামৰ অন্তৰবো অন্তঃপুৰত তেওঁ প্ৰবেশ কৰি কাহিনী নাটকীয় কৰি তুলিছিল। ইনটেনডেণ্ট জেনেৰেল এজনৰ লগত মাদামৰ প্ৰণয়জনিত কাৰ্য্যকলাপৰ অন্তৰালত ৰাজনৈতিক অভিসন্ধি সোমাই থকাৰ কথা কচোৱে উল্লেখ কৰিছিল। জেনেৰেলৰ অনুগ্ৰহ লাভ কৰি মাদামে বহুতো আহুকালৰ পৰা ৰক্ষা পাইছিল। কচোৱেও তেওঁৰ সাহায্যতে 'শাঁবেৰি' নামৰ ঠাই এখনত জৰীপৰ কাম এটাত নিযুক্ত হৈছিল। কচোক পাই মাদাম সুখী হৈছিল। একৈশ বছৰীয়া কচোৰ দেহত তেওঁ প্ৰথম বাৰৰ বাবে পুৰুষৰ ভপত তেজৰ ধমনি অনুভৱ কৰিলে। যাক তেওঁ এক সামান্য ল'ৰা বুলি গণ্য কৰিছিল, যাক মাতৃস্নেহৰ আকোঁৱালিৰে মৰম কৰিছিল, সেই সৰু ল'ৰাটোৰ বলিষ্ঠ দেহ গঠনলৈ লক্ষ্য কৰি উপলব্ধি কৰিলে যে সেই আগৰ সৰু ল'ৰাটো এতিয়া এক পৰিপূৰ্ণ ডেকালৈ ৰূপান্তৰিত হৈছে, যাৰ যৌৱনৰ স্পৰ্শ লাগিলে কোনো ৰমণী স্থিৰেৰে থাকিব নোৱাৰে। বঞ্চিত নিৰানন্দৰ অন্ধকাৰ ভেদ কৰি তেওঁ এই প্ৰাণোজ্জ্বল মানুহটোক আৱিষ্কাৰ কৰিছে। কোনো নাৰী, কোনো ৰাজকন্যাৰ হাতলৈ এই সম্পদ এৰি দিব নোৱাৰি।......কচোৰ প্ৰয়োজন হৈছে তেওঁৰ......

মাদাম-ড্‌-ওৱাৰাৰ লগত কচোৰ প্ৰণয় মধুৰ সম্বন্ধ সপোনে-দিঠকে, নিদ্ৰা-জাগৰণে, ধৰ্মে কৰ্মে সকলোতে প্ৰকাশ পাইছিল। ইয়াত কোনো শুচিতাৰ বা বিবেক দংশনৰ প্ৰশ্ন নাছিল, নাছিল বয়সৰ তাৰতম্যতা। মানুহৰ বেদনাৰ কৰুণ সঙ্গীত এওঁলোকৰ তেজ-মঙহৰ লগত মিলি আছিল। শাঁবেৰিত থকা সময়খিনি কচোৰ জীৱনৰ এক জীৱন্ত অভিজ্ঞতা। মাদামৰ অনুপ্ৰেৰণাত তেওঁ একান্ত মনেৰে গ্ৰন্থ অধ্যয়ন কৰিছিল। সেই দুৰন্ত বেপৰোৱা কচোৱে উত্তেজনা এৰি এক নিয়ন্ত্ৰিত জীৱনৰ মাজেদি সঙ্গীত সাধনাত উঠি-পৰি লাগিছিল। মাদামৰ সঙ্গলাভত কচোৰ চৰিত্ৰই যেন প্ৰাণপ্ৰতিষ্ঠা কৰিবলৈ দৃঢ়সঙ্কল্প গ্ৰহণ কৰিছিল। চাকৰি এৰি তেওঁ সঙ্গীত সাধনাত

দেহে কেহে খাটি যশস্যাৰ জখলাত ভৰি দিছিল। ৰুচোৰ ওচৰত সঙ্গীত শিকিবলৈ সুন্দৰী ৰমণীৰ সোঁত বৈছিল। এওঁলোকৰ লগত সুগভীৰ আনন্দৰ উপলক্ষ স্বৰূপেই সঙ্গীতৰ বিতৰণ কৰি ৰুচোৱে তৃপ্তি পাইছিল। অৱশ্যে এই অন্তৰঙ্গ ভাব-ভঙ্গীত মাদামে কিছু সংযত হবলৈ তেওঁক অনেকবাৰ সকীয়াই দিব লগাত পৰিছিল। ৰুচোৰ কথা চিন্তা কৰি অনেক সময়ত মাদাম বিব্ৰত হৈছিল আৰু সকলো গ্লানি, সংকীৰ্ণতাৰ ওপৰত তেওঁক প্ৰতিষ্ঠা কৰিবলৈ আপ্ৰাণ চেষ্টা কৰিছিল। বুদ্ধিমান ৰুচোৱে মাদামৰ মনৰ কথা গম পাইছিল, নিন্দা-গ্লানিক মৃদু হাঁহিৰে উৰুৱাই দি কৈছিল,—"তুমি মিছাতে ভয় খাইছা, তোমাৰ ৰুচোৱে পৃথিৱীত জয়যুক্ত হবলৈ চেষ্টা চলাইছে। ঈৰ্ষাকাতৰ লোকৰ কথাত বিচলিত নহবা।" যি নাৰীয়ে বিচিত্ৰ ৰূপেৰে ৰুচোৰ হৃদয় মন্দিৰত প্ৰবেশ কৰিছে, যি প্ৰেম কৰুণাৰ সুধাভাণ্ড লৈ ৰুচোৰ ওচৰত আত্মসমৰ্পণ কৰিছে, সেই নাৰীৰ প্ৰতি ৰুচোৱে কেতিয়াও বিশ্বাসভঙ্গ কৰিব নোৱাৰে।

ৰুচোৰ আত্মস্বীকাৰত উল্লেখ আছে যে মাদাম দ্য ওৱাৰৰ প্ৰধান পৰিচাৰক ক্লড়ি আনেতৰ লগত মাদামৰ এক প্ৰণয়মধুৰ সম্বন্ধ অনেক দিনৰে পৰা গঢ়ি উঠিছিল। এই বিষয়টো ইমানদিনে অত্যন্ত গোপনে ৰখা বাবে ৰুচোৱে একো গম পোৱা নাছিল। এদিন হঠাতে মাদামৰ লগত আনেতৰ প্ৰণয় জড়িত কথা-বতৰা লৈ তৰ্কাতৰ্কি হোৱাত মাদামৰ বিৰক্তিয়ে চৰম সীমা পাইছিলগৈ। এই দুখতে এদিন আনেতে বিহ খাই আত্মহত্যা কৰিবলৈ ওলাইছিল। কিন্তু আনেতক অনতিপলমে চিকিৎসা কৰাই মৃত্যুৰ মুখৰ পৰা মাদামে ৰক্ষা কৰিলে। আনেতৰ প্ৰতি মাদামৰ দুৰ্বলতা আছিল বহুত কাৰণত। মাদামৰ সা-সম্পত্তি, লেন-দেন সকলো আনেতে কৰিছিল। কোনো সময়তে মাদামক তেওঁ বিপদত পৰিবলৈ নিদিছিল। অনেক ঘটন-অঘটন, আপদ-বিপদৰ পৰা মাদামক তেওঁ ৰক্ষা কৰিছিল, আৰু মাদামৰ বংশ মৰ্য্যাদা, সন্মান গৌৰৱ সদায়

অটুট ৰাখিছিল। কচোৰ আৱিৰ্ভাৱে আনেতৰ মনত এক অজান বিষাদৰ ৰেখা টানিছিল। মাদামৰ লগত কচোৰ আত্মীয়তা গভীৰ হোৱাৰ লগে লগে আনেতৰ দুই চকুৱেদি লোটক বাগৰি গৈছিল। সন্দেহ জন্মিলেও তেওঁ কিন্তু কোনোদিনে কচোক ঘৃণাক্ষৰেও অসৎ ব্যৱহাৰ কৰা নাছিল, বৰং আদৰৰ চকুৰেহে তেওঁ কচোক মৰম-চেনেহ কৰিছিল। আত্মহত্যাৰ পৰা ৰক্ষা পালে হয় কিন্তু মানসিক যন্ত্ৰণাৰ পৰা আনেত মুক্ত নহ'ল। অলপ দিনৰ পাচতে 'প্ল্ৰচি' ৰেমাৰত ভুগি তেওঁৰ মৃত্যু হ'ল, মাদামে অশেষ চেষ্টা কৰিও বচাব নোৱাৰিলে। কচোৱে কৈছিল, "আনেতৰ মৃত্যুত মই মৰ্মাহত হৈছিলোঁ, তেওঁ মোক সঁচাকৈয়ে মৰম কৰিছিল, মোৰ শত দোষ মাৰ্জনা কৰিছিল।" আনেতৰ মৃত্যুত মাদামৰ বিৰাট ক্ষতি হৈছিল। বিশেষকৈ সা-সম্পত্তি বিষয়ত তেওঁক বুদ্ধি-পৰামৰ্শ দিবলৈ বিশ্বাসযোগ্য লোক নাছিল। কচোৱে মাদামৰ এই অভাৱ দূৰ কৰিবলৈ আগবাঢ়ি গৈছিল আৰু দায়িত্বৰ ভাৰ গ্ৰহণ কৰিছিল। কিন্তু অদৃষ্টক অস্বীকাৰ কৰিব পৰা দুঃসাহস কচোৰ নাছিল। মাদামৰ বিষয়-সম্পত্তিৰ যি সুবিপুল জটিল সমস্যা, কচোৱে প্ৰমাদ গণিলে। আৰ্থিক অভাৱত পৰি মাদামৰ আভিজাত্যত নিদাৰুণ দুৰ্যোগে দেখা দিলে। ৰোজগাৰৰ পথ বন্ধ হোৱাত মাদামৰ মানসিক দুঃচিন্তা ক্ৰমাৎ বৃদ্ধি পালে। কচোৱে মাদামক পৰিস্থিতিৰ পৰা ৰক্ষা কৰিবলৈ শঁৰমেত্ বোলা এখন নিৰ্জন ঠাইলৈ লৈ গ'ল। দুৰ্দিনৰ দুখৰ আঘাতৰ পৰা মাদামক নিৰাপদ স্থানলৈ আঁতৰাই নিয়াতোকে কচোৱে উচিত বুলি বিবেচনা কৰিছিল। সে-শঁাৰমেতৰ প্ৰাকৃতিক দৃশ্যাৱলীত কচো মোহিত হৈছিল। মাদামেও দুঃচিন্তাৰ পৰা হাত সাৰিবলৈ এই ঠাই অত্যন্ত প্ৰশস্ত বুলি বিবেচনা কৰিছিল। কচোৰ ওচৰত আত্মসমৰ্পণ কৰি তেওঁ শান্তিৰ নিশ্বাস পেলাইছিল। কিন্তু কচোৰ শৰীৰ মুঠেই ভালেৰে নোযোৱাত প্ৰচণ্ড শীতৰ আগমনৰ লগে লগে কচো আৰু মাদাম শঁাৰেৰিলৈ উভতি আহিছিল। মনৰ আনন্দ থাকিলেও ৰুগ্ন শৰীৰৰ

অসুখ-বিসুখত কচোৰ উত্তম কমি আহিছিল। মাদামৰ উপদেশক্ৰমে মত্ পেলিয়েৰ অঞ্চলৰ এজন নামকৰা চিকিৎসকৰ ওচৰলৈ যাবৰ বাবে কচো প্ৰস্তুত হ'ল। যাত্ৰাৰ সকলো ব্যৱস্থা মাদামে নিজে কৰিছিল আৰু অনেক উপদেশেৰে কচোক বিদায় দিছিল।

মতপেলিয়েৰ যাত্ৰাৰ পথত কচোৰ লগত এগৰাকী মহিলাৰ পৰিচয় ঘটে। এওঁৰ নাম মাদাম-ড্য-লাৰনাজ্। মাদামৰ বয়স হৈছে যদিও দেহৰ প্ৰাচুৰ্য্য কমা নাই। সকলো কথাতে ৰসিক, প্ৰাণ আছে। নিঃসঙ্গ কচোৱে মাদামৰ কথা-বতৰাত অনুৰাগৰ উজ্জ্বল আভাস পাইছিল। প্ৰজ্বলিত চাকিৰ লগত পতঙ্গৰ যি আলিঙ্গন, পিয়াহৰ লগত পানীৰ যি মধুমিলন, কচোৰ যৌৱনৰ জুয়ে মাদামক নিঃসন্দেহে ব্যতিব্যস্ত কৰি সেই একেধৰণৰ মিলন প্ৰতিষ্ঠা কৰিলে। কচো প্ৰেমত পৰিল। লগে লগে আঁতৰ হ'ল বেমাৰৰ দুঃচিন্তা, মনৰ অলসতা। দুয়ো মিলি যাত্ৰাৰ পথতে স্থিৰ কৰিলে ভৱিষ্যতৰ কৰ্মপন্থা। আৰম্ভ হ'ল প্ৰেমৰ কাৰ্য্যকলাপ। কচোৱে মাদামক কৈছিল..."তোমাৰ বাবেই মোৰ যৌৱনে অপেক্ষা কৰিছিল, তুমি মোক ছলনা নকৰাতো?" মাদামে কচোৰ বলিষ্ঠ বাহুত নিজৰ হাতেৰে সাৱটি ধৰি কৈছিল, "ওঁহো, কিয় ছলনা কৰিম! তোমাৰ প্ৰেমৰ পৰশত মোৰ তৃষিত যৌৱন তৃপ্ত হৈছে, এই তৃপ্তি যেন স্থায়ী হয়।" কচোৱে ভাবি তন্ময় হৈছিল, প্ৰেমৰ কি আশ্চৰ্য্য লীলা, এই বন্ধন যেন স্বৰ্গসুখতকৈয়ো অধিক পৰিতৃপ্তিৰ। কিন্তু কচোৱে ভুল কৰিছিল। 'নাৰী ছলনাময়ী', সাময়িক মোহত উত্তেজিত হলেও মাদামে আত্মগোপন কৰিছিল কচোৰ ওচৰত। মাদামৰ ঘৰ সংসাৰ আছে, স্বামী আছে, ষোল বছৰীয়া গাভৰু জীয়েক আছে। কচোৰ লগত কৰা প্ৰেমাভিনয় স্থায়ী কৰিলে বিপদটো তেওঁৰহে আটাইতকৈ বেছি। বংশমৰ্য্যাদা ক্ষুণ্ণ কৰি এজন অচিনাকি লোকক সাৱটি লব কেনেকৈ! কচোৰ প্ৰেম নিটিকিল। মাদামে নিজৰ বাসস্থানলৈ আঁতৰি গৈ কচোৰ লগত গঢ়ি উঠা সম্পৰ্ক পাহৰি পেলালে। কচো

একো নাই। আছে মাত্র দেহা মাৰি কাম কৰা শক্তি। অনাহাৰ-অনাটন আদিৰ পৰা ৰক্ষা পাবলৈ এওঁলোকে শ্ৰম বিক্ৰী কৰে। প্ৰচলিত অৰ্থনৈতিক কৌশল অনুযায়ী মালিকে দ্ৰব্য ক্ৰয় কৰে যিমান পাৰে কম দৰত। শ্ৰমৰ বিক্ৰীমূল্য কমাব পাৰিলে উপাৰ্জনৰ হাৰ বাঢ়িব, মালিকৰ লাভ হ'ব, বিনিয়োগ উৰ্দ্ধগতিত চলিব। মালিকৰ স্বাৰ্থৰ হকে শ্ৰমৰ প্ৰকৃত মূল্য সদায় কম দৰত নিৰ্ধাৰণ কৰা হয়। কিন্তু শ্ৰম বিক্ৰী কৰি এজন শ্ৰমিকে যি বিক্ৰীমূল্য লাভ কৰে সেইয়া তেওঁৰ পৰিশ্ৰমৰ প্ৰকৃত হাৰ নহয়। তেওঁৰ শ্ৰমৰ মূল্য তাতোকৈ বেছি। উদাহৰণস্বৰূপে এজন শ্ৰমিকক তেওঁৰ শ্ৰমদানৰ বিনিময়ত দিয়া হয় ৪ টকা। এই মজুৰি শ্ৰমিকজনে ৬ ঘণ্টা কাম কৰিয়েই পাব লাগে। কিন্তু তেওঁ কাম কৰিব লাগে ১০ ঘণ্টাৰ বাবে। এতিয়া দেখা গ'ল—এই অতিৰিক্ত ৪ ঘণ্টাৰ প্ৰাপ্ত মজুৰিৰ পৰা শ্ৰমিক-জন বঞ্চিত হৈছে। পুঁজিপতিজনে এই টকা আত্মসাৎ কৰিছে। ভূমিৰ বাবে দিব লগা খাজনা বা কৰ, মূলধনৰ বাবে দিব লগা সুত আৰু সংগঠকে পাব লগা ধন যোগাৰ কৰা হয় শ্ৰমিকৰ উদ্বৃত্ত মূল্য বা ওপৰঞ্চি মূল্যৰ পৰা কাঢ়ি আনি। সেইবাবে এইটো সহজেই উপলব্ধি কৰিব পাৰি যে শ্ৰমিক শ্ৰেণীক শোষণ কৰি তেওঁলোকৰ প্ৰাপ্ত মূল্য আত্মসাৎ কৰিবলৈ সৃষ্টি হোৱা পুঁজিবাদ এটা অমঙ্গলজনক চক্ৰবেহ। মাৰ্ক্সে দৃঢ়ভাৱে কৈছিল যে পুঁজিবাদৰ সংকট অপ্ৰতিৰোধ্য। কাৰণ এই সমাজ-ব্যৱস্থাত উৎপাদন ক্ষমতা বৃদ্ধি হোৱাৰ লগে লগে শ্ৰমিক উপাৰ্জনৰ হাৰ বৃদ্ধিৰ কোনো পাৰস্পৰিক সম্বন্ধ নাই। যিহেতু দেশৰ অধিকাংশ লোক শ্ৰমজীৱি, তেওঁলোকৰ উপাৰ্জনৰ হাৰ বৃদ্ধি নহলে উৎপাদন সামগ্ৰীৰ চাহিদা হ্ৰাস পাব, অতিৰিক্ত উৎপাদিত বস্তুবাৰীৰ বিক্ৰীৰ ক্ষেত্ৰত দেখা দিয়া অনিশ্চয়তাই পুঁজিবাদক সংকটৰ সন্মুখীন কৰিব। মাৰ্ক্সৰ এই ব্যাখ্যা আজিকালিৰ অৰ্থবিজ্ঞানী অনেকেই অসাৰ আৰু যুক্তিহীন বুলি বিবেচনা কৰিছে। মাৰ্ক্সীয় ব্যাখ্যা প্ৰত্যাখ্যান কৰাৰ এটা কাৰণ হ'ল—যান্ত্ৰিক যুগৰ বিভিন্ন-

মুখী সম্প্ৰসাৰণ। উন্নত ধৰণৰ যন্ত্ৰ-পাতিৰ ব্যৱহাৰৰ যোগেদি শ্ৰম বিভাগ সম্ভৱপৰ হৈছে আৰু বিভিন্ন উৎপাদন বৃদ্ধি পাইছে, যন্ত্ৰ-পাতিৰ সহায়ত শ্ৰমৰ বোজা বহু পৰিমাণে লাঘৱ কৰা হৈছে আৰু বহুতো বিৰক্তিজনক কামৰ পৰা শ্ৰমিকসকলে মুক্তি পাইছে। এজন ৰসায়নবিদে কৃষিৰ উৎপাদন বৃদ্ধিৰ বাবে গবেষণা কৰি এবিধ কৃত্ৰিম সাৰ আৱিষ্কাৰ কৰিলে। ফলত হেজাৰ-বিজাৰ কৃষকৰ বহুত শ্ৰম বাহি হ'ল—কৃষিক্ষেত্ৰ খেতিৰ উপযোগী কৰি তোলোতে। নাঙলৰ ঠাইত হৰেক ৰকমৰ ট্ৰেক্টৰ ওলাল। বিজুলী শক্তি পৰিচালিত পাম্প ওলাল। ফলত কৃষি উন্নত আৰু সহজ হৈ পৰিল। মাৰ্ক্স' এই কাৰিকৰী বিজ্ঞান বা সাংগঠনিক কৌশলক মূল্য আৰু দৰতত্ত্বৰ প্ৰয়োগৰ ক্ষেত্ৰত বিশেষ ফলপ্ৰদক বুলি বিশ্বাস নকৰিছিল। কিন্তু মাৰ্ক্সৰ যুক্তি, সাক্ষ্য, হিচাপ অৰ্থহীন বুলি কলেও দুই শতাব্দী ধৰি গভীৰ-ভাবে চিন্তা কৰি বিষয়বস্তুৰ ওপৰত বিস্তৰ প্ৰবন্ধ-পাতি প্ৰকাশ কৰিও অৰ্থবিজ্ঞানীসকলে মূল্য নিৰ্দ্ধাৰণ কৰা বিষয়ত সৰ্বজন সম্মত উপায় এটা উলিয়াব পৰা নাই। চাহিদা আৰু উপযোগিতাৰ (demand and utility) ওপৰত ভিত্তি কৰি মূল্য দৰ নিৰ্ধাৰণ কৰা পদ্ধতিটো সাধাৰণতে এটা গ্ৰহণযোগ্য সূত্ৰত পৰিণত কৰা হৈছে। বাৰজন (Barzun) নামৰ অৰ্থনীতিবিদ এজনে কৈছিল যে আধুনিক অৰ্থবিজ্ঞানীসকলে মাৰ্ক্সীয় তত্ত্ব ধ্বংস কৰিলে হয় কিন্তু প্ৰমাণসিদ্ধ বিজ্ঞানসম্মত বিকল্প সূত্ৰ এটা ইয়াৰ পৰিবৰ্তে দাঙি ধৰিব নোৱাৰিলে।

উদ্ধৃত মূল্যতত্ত্বৰ যোগেদি কাৰ্লমাৰ্ক্সে তেওঁৰ আলোচনা যন্ত্ৰপাতি ব্যৱহাৰৰ ক্ষেত্ৰত উদ্ভৱ হোৱা বিভিন্ন সমস্যাৰ প্ৰতি উপস্থাপন কৰিছে। প্ৰচণ্ড প্ৰতিযোগিতাৰ সন্মুখীন হবলৈ প্ৰত্যেকজন পুঁজিবাদীয়ে শ্ৰমিকৰ পৰা অধিক শ্ৰম আদায় কৰিবলৈ চেষ্টা কৰে। কামৰ সময় দীঘলীয়া কৰি বা মজুৰিৰ হাৰ হ্ৰাস কৰি অথবা কৰ্মক্ষেত্ৰ বহল কৰি এই কাম সিদ্ধ কৰা হয়। শ্ৰমিকৰ সংখ্যা হ্ৰাস কৰিবলৈ আৰু

উৎপাদন ক্ষমতা বৃদ্ধি কৰিবলৈ একচেটিয়া পুঁজিপতিসকলে শিল্প-উদ্যোগবিলাকত বিদেশী মূলধনৰ জোৰত অত্যধিক যন্ত্ৰপাতি ব্যৱহাৰ কৰে। যন্ত্ৰপাতিৰ অধিক ব্যৱহাৰৰ ফলত পুৰুষ শ্ৰমিকৰ ঠাইত সস্তীয়া শ্ৰমিক যথা তিৰোতা মানুহ, সৰু সৰু ল'ৰা-ছোৱালী নিয়োগ কৰি জোৱান শ্ৰমিকৰ কৰ্মসংস্থানৰ পথ বন্ধ কৰে; ফলত সৃষ্টি হয় নিবনুৱা সমস্যা, অত্যধিক উৎপাদন। মাৰ্ক্সে কৈছিল, পুঁজিপতিহঁতৰ অমানুষিক চক্ৰান্তত এজন যোগ্যতাসম্পন্ন পৰিপূৰ্ণ শ্ৰমিক খণ্ড-বিখণ্ড হৈ যায়। মুনাফা-লোভী পুঁজিবাদী শোষণৰ ফলত তেওঁলোক যন্ত্ৰপাতিৰ অঙ্গ হৈ পৰে। তেওঁলোকে হেৰুৱায়—দক্ষতা, কাম কৰা উৎসাহপূৰ্ণ ক্ষমতা; বুদ্ধিৰ অপচয় ঘটে। কল-কাৰখানাৰ অস্বাস্থ্যকৰ আৰু বিপদজনক পৰিবেশত কাম কৰা শ্ৰমিকশ্ৰেণী চিৰকালৰ বাবে ঘূণীয়া হয়। অনেকে অকালতে প্ৰাণ হেৰুৱায়, অনেকৰ ঘৰুৱাজীৱন ধ্বংস হয়। দৰিদ্ৰ, অসংগঠিত আৰু অপৈণত শ্ৰমিকশ্ৰেণীৰ ধ্যান-ধাৰণা, আশা-আকাঙ্ক্ষা পুঁজিপতিহঁতৰ অবাধ লুণ্ঠনকাৰ্য্যত ক্ষত-বিক্ষত হৈ যায়। মাৰ্ক্সে কৈছিল যে পুঁজিবাদী শোষণৰ বিৰুদ্ধে সংগঠিত হোৱা ধৰ্মঘট (ষ্ট্ৰাইক) শ্ৰেণীসংগ্ৰামৰ প্ৰথম তোৰণ। এই ষ্ট্ৰাইক বা সাময়িক বিক্ষোভ দমন কৰাত ব্যাপক যন্ত্ৰপাতিৰ ব্যৱহাৰ এটা অত্যন্ত ক্ষমতা-পন্ন অস্ত্ৰ। যন্ত্ৰৰ ব্যৱহাৰত সমাজত আৱিৰ্ভাৱ হয় দুটা শ্ৰেণী—এটা শ্ৰমিকদল আনটো পুঁজিপতি। স্বাৰ্থৰ সংঘৰ্ষত পুঁজিপতিয়ে সৃষ্টি কৰে বিশৃঙ্খলতা। শ্ৰমিকশ্ৰেণীৰ কল্যাণৰ বিৰুদ্ধে তেওঁলোকে জঘন্য কামত হাত দিয়ে। ফলত শ্ৰমিকশ্ৰেণীৰ জীৱন হৈ পৰে নিষ্ক্ৰিয়, নিষ্পৃষ্ট। ১৮৩০ চনত ভাপকলৰ আবিষ্কাৰৰ দিন ধৰি এই শোষণ চলি আহিছে। যন্ত্ৰপাতিৰ সংযোগত পুঁজিপতিৰ শিল্পকৌশল উন্নত হয় সঁচা, কিন্তু শ্ৰমিকশ্ৰেণীৰ সামগ্ৰীক অৱস্থা একে অৱস্থাতে ৰৈ যায়। উৎপাদন আৰু চাহিদা বৃদ্ধিৰ লগে লগে শ্ৰমিকশ্ৰেণীৰ পাৰিশ্ৰমিকৰ হাৰ বৃদ্ধি কৰাত পুঁজিপতি অনিচ্ছুক হৈ পৰে। ফলত

সংকট আৰম্ভ হয়। মাৰ্ক্সে ইংৰাজ পুঁজিপতিসকলৰ বিশ্ব-বাণিজ্যত একচেটিয়া অধিকাৰৰ আলোচনা প্ৰসঙ্গত কৈছিল যে এই ইংৰাজ শিল্পজীৱি পুঁজিপতিসকল সদায় জাতিৰ অগ্ৰণী শ্ৰেণীৰূপে পৰিগণিত হৈ আহিছে। এওঁলোকৰ স্বাৰ্থই জাতিৰ সমূহীয়া স্বাৰ্থত ৰূপান্তৰিত হৈছে। এই পুঁজিপতিসকলৰ অবাধ বাণিজ্যৰ ফলত বিদ্যুৎযন্ত্ৰৰ বিপুল উৎপাদনীশক্তিৰ বিকাশ ঘটিছে। ইয়াৰ ফলত বাণিজ্যৰ সম্প্ৰসাৰণ ঘটিছে। নতুনত্বৰ আবিষ্কাৰৰ ফলত সমগ্ৰ বিশ্বতে গুৰুত্বপূৰ্ণ পৰিবৰ্ত্তনে দেখা দিছে। আমেৰিকাত সোণৰ খনি আবিষ্কৃত হৈ বিশ্বৰ সঞ্চালন মাধ্যম দ্ৰুতগতিত বৃদ্ধি পাইছে, মহাসমুদ্ৰত পালতৰা জাহাজৰ পৰিবৰ্তে ভাপৰ জাহাজ, স্থলপথত ৰেলপথ হৈ পৰিছে— বাণিজ্য সম্প্ৰসাৰণৰ প্ৰধান পৰিবহন। ইংৰাজ শিল্পজীৱি পুঁজিপতিসকলে বিস্ময়ৰ সূচনা কৰিলে ঠিক, কিন্তু এই অবাধ বাণিজ্যৰ ফলত দুনিয়াৰ কল-কাৰখানা এওঁলোকৰ নিয়ন্ত্ৰণৰ ভিতৰলৈ আহিল। পুঁজিপতি আৰু মজুৰি শ্ৰমিকৰ বিভাজনৰ সৃষ্টি হ'ল। একালে বংশানুক্ৰমিক ধন-সম্পত্তি অন্যফালে বংশানুক্ৰমিক চৰম দৰিদ্ৰতা; একালে নতুনতম অত্যাধিক উৎপাদন আনফালে ক্ৰমবৰ্ধমান শিল্প উৎপাদন সামগ্ৰীৰ ভাৰ গ্ৰহণত বজাৰ অক্ষমতা। ইয়াৰ অনিবাৰ্য্য পৰিণতি—সামাজিক বিপ্লৱ, মজুৰি দাসত্বৰ পৰা মুক্তিলাভ কৰিবলৈ প্ৰকৃত উৎপাদকসকলৰ সংঘবদ্ধ ৰাজনৈতিক চেতনা।

সুবিখ্যাত ইংৰাজ অৰ্থনীতিবিদ টমাছ ৰবাৰ্ট মেল্‌থাছৰ (১৭৬৬-১৮৩৪) জনসংখ্যা তত্ত্বৰ কটু সমালোচনা কৰিছিল কাৰ্লমাৰ্ক্সে। মেল্‌থাছে তেওঁৰ সুবিখ্যাত গ্ৰন্থ Essay on the principle of popultationত কৈছিল যে পৰিভোগৰ উপায়াদি যিমান বাঢ়ি যাব তাক অতিক্ৰম কৰি আগবাঢ়িব জনবৃদ্ধি, সদায়, সকলো সময়তে। জনসংখ্যাৰ এই চৰম নিয়মৰ বাবে জনসাধাৰণে অনিবাৰ্য্যভাবে দাৰিদ্ৰ্য আৰু বুভুক্ষাৰ কবলত পৰিবলৈ বাধ্য। মেল্‌থাছৰ এই সূত্ৰক ভিত্তি কৰি তেওঁৰ অনুগামীসকলে দাবী কৰে

যে যুদ্ধ, মহামাৰী আৰু প্ৰাকৃতিক দুৰ্যোগৰ এটা উপকাৰী প্ৰভাৱ আছে। এইটো হৈছে জনসংখ্যা হ্ৰাস; সমাজৰ মঙ্গলৰ বাবে এই প্ৰভাৱ উল্লেখযোগ্য।

মাৰ্ক্সে কৈছিল যে জনসংখ্যাৰ কোনো চৰম নিয়ম নাই। অতি-জনতা ( over population ) আছে পুঁজিবাদৰ পৰা। গণ-দাৰিদ্ৰ্য আৰু ক্লেশযন্ত্ৰণা হ'ল পুঁজিবাদী উৎপাদন পদ্ধতিৰ ফল মাথোন। ইয়াত শ শ শ্ৰমিকৰ উদ্বৃত্তশ্ৰম মুষ্টিমেয় শোষকশ্ৰেণীৰ দ্বাৰা অপহৰণ কৰা হৈছে। পুঁজিবাদী শিল্পপতিৰ সংকটৰ সূচনা হয়—অধিক উৎপাদনত। শিল্প মজুতবাহিনী ( Industrial reserve army ) প্ৰয়োগ কৰা হয়—উৎপাদনশক্তি ক্ৰমাগত বৃদ্ধি কৰিবলৈ বা কোনো নতুন শিল্পৰ জন্ম দিবলৈ অথবা পুৰণি শিল্প পুনৰ সংস্থাপন কৰিবলৈ। কিন্তু কথা হ'ল—উৎপাদনক্ষমতা দ্ৰুতগতিত বঢ়াৰ লগে লগে উৎপাদিত সামগ্ৰীৰ চাহিদা আপেক্ষিকভাৱে বৃদ্ধি নাপায়। উপভোগ অনুপান ক্ৰমশঃ কমি আহে, নতুন নতুন বস্তু-বেহানি কিনাৰ উৎসাহ-উদ্দীপনা জনসাধাৰণৰ সকলো সময়তে একে নাথাকে। বছৰত বিভিন্ন ধৰণৰ যিমানবোৰ সামগ্ৰী উৎপন্ন হৈছে সেই অনুপাতে জনসাধাৰণৰ ক্ৰয়শক্তি বৃদ্ধি পোৱা নাই। চাহিদা কম হলে উৎপাদিত বস্তুৰ বিক্ৰী নামি আহিব। দোকান-পোহাৰত মাল-বস্তুৰ ভৰাল দ'ম হৈ পৰি থাকিব। ফলত বাৰ্ষিক উৎপাদনৰ পৰিমাণ অনেক কমাই আনিবলৈ পুঁজিপতিয়ে ব্যৱস্থা ল'ব। এনে ব্যৱস্থাত অনেক শ্ৰমিক ছাটাই কৰিব লাগিব। পুঁজিপতিৰ এই কাৰ্য্যত সামগ্ৰিক আয় সংকুচিত হব আৰু বস্তুবাৰীৰ চাহিদা আৰু হ্ৰাস পাব; শ্ৰমিক বেকাৰ হব, লগে লগে উৎপাদন আৰু তললৈ নামি যাব। এনেকৈ চক্ৰবৎ হাৰত অৱনতিৰ শেষ স্তৰত উপনীত হৈ উদ্যোগ ব্যৱস্থাটো ভাঙি যাব। মাৰ্ক্সে কৈছিল যে কামৰ অনিশ্চয়তা আৰু অনিয়মতা, শ্ৰম-বাহুল্যৰ অবিৰত আৰু দীৰ্ঘস্থায়ী পুনৰাবিৰ্ভাৱ আদি লক্ষণসমূহে দাৰিদ্ৰ্য আৰু ক্লেশৰ মাত্ৰা বৃদ্ধি কৰে।

কঠোৰতম মিতব্যয়ত চলিলেও নিজৰ সামান্য মজুৰিৰে এজন শ্ৰমিকে তেওঁৰ সাধাৰণ সংসাৰখন চলাওঁতে মৰ্মান্তিক জ্বালা-যন্ত্ৰণা ভোগ কৰে। অভাৱ অনাটন, অস্বাস্থ্যকৰ পৰিবেশ, বিপদবহুল জীৱন আদি এশ এবুৰি দুৰ্যোগৰ সন্মুখীন হৈ দুখী দৰিদ্ৰ লোকসকলে দুৰাৰোগ্য বেমাৰ, মাৰিমৰক, প্ৰাকৃতিক বিপৰ্য্যয়ৰ বলি হৈ অকালতে প্ৰাণ হেৰুৱায়। মাৰ্ক্সে কৈছিল, "কমিউনিজম অতিক্ৰম কৰিলে শ্ৰমোৎপাদিকাৰ ইমান উচ্চস্তৰ আৰু পৰিভোগ উপায়ৰ ইমান প্ৰাচুৰ্য্যই দেখা দিব যে প্ৰতিজন লোকেই সম্পূৰ্ণভাবে তেওঁৰ প্ৰয়োজন পূৰাব পাৰিব।"

দেশৰ বজাৰত বিক্ৰী নোহোৱা গুদামত দ'ম হৈ থকা সামগ্ৰী বিদেশৰ বজাৰত চালু কৰিবলৈ পুঁজিপতিয়ে চেষ্টা কৰে। সাধাৰণতে পিচ পৰা দেশসমূহৰ বজাৰসমূহ অধিকাৰ কৰিবলৈ এওঁলোকে প্ৰস্তুতি চলায়। এই প্ৰচেষ্টাৰ লগতে কল-কাৰখানাবোৰ সক্ৰিয় কৰি ৰাখিবলৈ যি কেঁচামালৰ প্ৰয়োজন হয় সেইবোৰ উৎপত্তি স্থানৰ পৰা সংগ্ৰহ কৰোঁতে পুঁজিপতিয়ে এক প্ৰতিযোগিতাৰ সন্মুখীন হব লগাত পৰে। সমগ্ৰ ভূখণ্ডতে প্ৰভাৱৰ পৰিসৰ লৈ বিভিন্ন পুঁজিবাদী গোটৰ অৰিয়াঅৰি, খোৱা-কামোৰা আৰম্ভ হয়। ক্ষুদ্ৰ আৰু দুৰ্বল জাতিবোৰৰ ওপৰত ঔপনিবেশিক শোষণে দেখা দিয়ে।

মাৰ্ক্সে বিশ্বাস কৰিছিল যে ক্ৰমবৰ্ধমান শোষণ আৰু একচেটিয়া অধিকাৰৰ চৰম পৰিণতি হ'ল পুঁজিবাদৰ অনিশ্চয়তা আৰু পতনমুখী দুৰ্যোগ। কিয়নো, লুণ্ঠনকাৰ্য্য আৰু ক্ষমতা স্থাপনৰ অৰিয়াঅৰিত এজন বলবান পুঁজিপতিৰ হাতত অনেক ক্ষুদ্ৰ আৰু দুৰ্বল পুঁজি-পতিৰ মৰণ মিলে। ডাঙৰ ক্ষমতাশালী পুঁজিপতি এজনে ক্ষুদ্ৰ পৰ্য্যায়ৰ পুঁজিপতিসকলক সহজেই গ্ৰাস কৰি পেলায়। ফলত মধ্যবিত্ত শিল্পপতি অন্তৰ্ধ্যান হয়। স্বাৰ্থলোভত অনুষ্ঠিত হোৱা ক্ষয়ক্ষতিৰ যুদ্ধত উত্তীৰ্ণ হৈ এমুঠি অখণ্ডপ্ৰতাপী পুঁজিপতিয়েই অৱশেষত সৰ্বহাৰা দলৰ সৈতে মুখামুখী হব লগাত পৰে। এই মুখামুখী

সর্বহাৰাৰ বাবে নিশ্চয় এক বৈশিষ্ট্যপূর্ণ সুযোগ, পুঁজিবাদী বর্বৰতাৰ বিৰুদ্ধে সামগ্রিক বিপ্লব। দাস কেপিটেলত মার্ক্সে তেজস্বী ভাষাৰে এই নাটকীয় সংঘাতৰ ক্রিয়াকর্মসমূহ দাঙি ধৰিছে।

সকসুৰা শিল্প উদ্যোগ গ্রাস কৰি যিবোৰ বিৰাটকায় পুঁজিপতিয়ে তেওঁলোকৰ পুঁজিৰ একচেটিয়া অধিকাৰ প্রতিপন্ন কৰে, তেওঁলোকেও শেষত গৈ স্থিৰতা হেৰুৱাই পেলায়। পুঁজিবাদী মালিকগোষ্ঠীৰ সংখ্যা ক্রমান্বয়ে নিম্নমুখী হৈ এমুঠি অখণ্ডপ্রতাপী পুঁজিপতিত পৰিণত হোৱাৰ ফলস্বৰূপে মেহনতীসকলৰ দৰিদ্রতা বৃদ্ধি পায়। গণ-দাৰিদ্র্যৰ লগতে তেওঁলোকে ভোগ কৰে অত্যাচাৰ, উৎপীড়ন, দাসত্ব, সামাজিক অবিচাৰ আৰু নির্মম শোষণ। পুঁজিপতিৰ যাতকলত ক্ষত-বিক্ষত হৈ শ্রমিকশ্রেণীয়ে ক্রমশঃ সংঘবদ্ধ হবলৈ হাবিয়াস কৰে। অন্তৰত থুপ খাই থকা খং, ক্ষোভ, বিৰাগ, তিক্ততা, হতাশাই লাহে লাহে পুঞ্জীভূত হৈ গুৰুতৰ আকাৰ ধাৰণ কৰে। আগতকৈয়ো শক্তিশালী দলত শৃঙ্খলাবদ্ধ, একত্রিত আৰু সংগঠিত হৈ এওঁলোক আগবাঢ়ি আহে সন্মুখ সমৰলৈ। একচেটিয়া পুঁজিবাদী উৎপাদনৰ ব্যৱস্থাতে পুঁজিপতিৰ ক্ষয় আৰু পতন ঘটে। সময়ত মহা পয়োভৰেৰে প্রতিষ্ঠা কৰা ব্যক্তিগত সা-সম্পত্তি, উদ্যোগ বাণিজ্য, সামাজিক প্রতিপত্তি সকলো শ্রমিকৰ সাধাৰণ সম্পত্তিলৈ ৰূপান্তৰিত হয়। উৎপাদন পদ্ধতিৰ লগত জড়িত থকা কেন্দ্রীয়কৰণ আৰু শ্রমৰ সামাজিককৰণ অগ্রসৰ হৈ এনে এটা বিন্দুত উপনীত হয়গৈ য'ত পুঁজিপতিৰ লগত সংশ্রৱ ৰক্ষা কৰাটো অসম্ভৱ হৈ উঠে। ইয়াৰ পৰিণতিত বিস্ফোৰণ ঘটি গোটেই পুঁজিবাদী ব্যৱস্থাটো চূর্ণীকৃত হৈ যায়। উৎপাদনৰ সকলো সামগ্রী শ্রমিকৰ হাতলৈ আহে, পুঁজিবাদৰ অৱসান ঘটে।

সর্বহাৰাৰ বিজয়োল্লাসত শ্রেণী সংগ্রামৰ অন্ত পৰিব।

বৈপ্লৱিক ৰূপান্তৰৰ ফলস্বৰূপে ৰাষ্ট্ৰৰ অর্থনৈতিক আৰু ৰাজনৈতিক ক্ষমতা সর্বহাৰাৰ দখললৈ আহিব আৰু এই ৰাষ্ট্রিক এক

সুস্থ, দৃঢ় আৰু নিৰ্ভৰযোগ্য সমাজতন্ত্ৰী দেশৰূপে নেতৃত্ব দিবলৈ তেওঁলোকেই নেতা-নিৰ্বাচন কৰিব। মাৰ্ক্সে কৈছিল, এই স্তৰত উপনীত হোৱাটো এটা সাময়িক পৰিবৰ্তন মাত্ৰ য'ত সংগঠিত হয়—এখন শ্ৰেণীবিহীন সমাজ, যি সমাজ জনগণৰ সুখ-শান্তি বিকাশ আৰু সুনিশ্চিত অগ্ৰগতিৰে সমৃদ্ধ। কিমান দিনলৈকে সৰ্বহাৰা দলৰ প্ৰধান নেতাজনে সমাজতান্ত্ৰিক সাফল্যৰ বাবে ক্ষমতাত অধিষ্ঠিত হৈ থাকিব, সেই বিষয়ে মাৰ্ক্সৰ ঘোষণাত উল্লেখ নাই। তেওঁ ইঙ্গিত দিছিল যে ৰাষ্ট্ৰই জনসাধাৰণক শিক্ষা আৰু সংগঠনৰ ক্ষেত্ৰত যোগ্যবান কৰি তোলাৰ পাচত চৰকাৰ লাহে লাহে মৰহি যাব, ( wither away ) কোনো সৈন্যবাহিনী বা আন্দোলনৰ প্ৰয়োজন নহব। শান্তি আৰু উপভোগৰ প্ৰাচুৰ্য্যই প্ৰত্যেকজন জনসাধাৰণক নতুন অভিজ্ঞতা আৰু বহুমুখী সহযোগিতাৰ দ্বাৰা সমৃদ্ধ কৰি তুলিব। নতুন সমাজৰ মুখ্য উদ্দেশ্য হব—পৰিপূৰ্ণ আৰু মুক্ত উন্নতিৰ পথ প্ৰত্যেকজন নাগৰিকৰ বাবে সুগম আৰু সুস্পষ্ট কৰা। এনে কৰোঁতে প্ৰত্যেক-জনৰ কাৰ্য্যদক্ষতা আৰু প্ৰত্যেকজনৰ প্ৰয়োজনীয়তাৰ ওপৰত দৃষ্টি ৰখা হ'ব। মাৰ্ক্সে আগবঢ়োৱা এই সমাজব্যৱস্থা যুক্তিপূৰ্ণ আৰু চিত্তাকৰ্ষক হয়নে নহয় সেই বিষয়ে পৰবৰ্তী সমাজসংস্কাৰকসকলে তাৎপৰ্য্যপূৰ্ণ পৰীক্ষা-নিৰীক্ষা কৰি গুৰুত্বপূৰ্ণ অভিমত দিছে।

হলেট্ বোলা এজন সমালোচকে কৈছিল যে মাৰ্ক্সৰ শ্ৰেণীবিহীন সমাজতত্ত্বটো গোড়া ভিক্টোৰীয়াসকলৰ ধ্যান-ধাৰণাৰ দৰেই নিস্তেজ আৰু অসাৰ। বিশ্বাসযোগ্য বা উৎসাহপূৰ্ণ ভবিষ্যৎবাণী বুলি ইয়াক গণ্য কৰিব নোৱাৰি। পিচ হুৱাবেদি যেতিয়া বিশ্ব বিপ্লৱ আঁতৰি পলাব তেতিয়া মাৰ্ক্সীয় তত্ত্বৰ হাড়ত বন গজিব। লক্ষ লক্ষ গোড়া কমিউনিষ্টৰ ওপৰত মাৰ্ক্সবাদে ধৰ্মৰ কটকটীয়া নিৰ্দেশৰ দৰে কাম কৰে। ফলত তেওঁলোকে পুৰণিকলীয়া ধৰ্মবিশ্বাস, ধৰ্মীয় ধ্যান-ধাৰণা নিষ্ফল বুলি ভাবিবলৈ বাধ্য হয়। মাৰ্ক্সে কৈছিল যে প্ৰাচীন ধৰ্মসমূহে নৈতিক বচনেৰে মানুহক অন্যায়, শোষণ, অত্যাচাৰ প্ৰভৃতি নীৰৱে সহ্য

কৰিবলৈ জ্ঞান দিয়ে, ত্যাগ, সহনশীলতা আৰু মানৱতাৰ নামত আত্মিক শোধনৰ উপায় বান্ধি দিয়ে। কানিপান কৰিলে যি প্ৰতিক্ৰিয়া হয় সেই একে প্ৰতিক্ৰিয়া ধৰ্মান্ধ মানুহে ভোগ কৰে। বিপ্লৱৰ পথ তৈয়াৰ কৰোঁতা সৰ্বহাৰাৰ প্ৰগতিত ধৰ্মীয় বিশ্বাসে এক বিৰাট প্ৰতিবন্ধকৰ সূচনা কৰে। মাৰ্ক্সৰ এই তত্ত্বত কিমান সত্য সোমাই আছে? সমাজবিজ্ঞানী, দাৰ্শনিক, চিন্তাশীল ব্যক্তিসমূহে এই প্ৰশ্নৰ অৱতাৰণা কৰিছিল। "প্ৰাচীন ধৰ্মগ্ৰন্থসমূহ হেজাৰ বছৰ আগতে বা তাতোকৈয়ো বহুদিনৰ আগতেই লিখা হৈছিল। সেইবোৰ আছিল ধৰ্মকেন্দ্ৰিক। তাত সমাজতত্ত্ব, অৰ্থবিজ্ঞান বা ৰাজনীতিৰ নতুন সূত্ৰ বিচাৰিবলৈ যোৱাটো অৰ্থহীন কথা। ধৰ্মগ্ৰন্থৰূপেই সেইবোৰক আমি গ্ৰহণ কৰিব লাগিব।" তেওঁলোকে কাৰণ দৰ্শাইছিল।

মাৰ্ক্সৰ শ্ৰমিক আন্দোলনৰ চিন্তাধাৰাক অনেকে নিৰ্জীৱ বুলি বিবেচনা কৰিছিল। মাৰ্ক্সে যি ভৱিষ্যতবাণী কৰিছিল তাৰ অধিকাংশই অৰ্থহীন বুলি প্ৰমাণিত হৈছে। য'ত বিপ্লৱ ঘটিব বুলি তেওঁ দৃঢ়ভাৱে কৈছিল সেইবোৰ দেশত শ্ৰেণীসংগ্ৰামৰ দ্বাৰা, সৰ্বহাৰাৰ বিপ্লৱ পৰিলক্ষিত হোৱা নাই। পুঁজিবাদৰ পথ আজি সম্পূৰ্ণ বিপৰীত। উন্নতশীল দেশসমূহত পুঁজিপতিৰ লগত শ্ৰমিক-শ্ৰেণীৰ সম্বন্ধ ক্ৰমান্বয়ে উন্নত হৈছে। ক্ৰমবৰ্ধমান দৰিদ্ৰতা, দুখ-দৈন্য, সামগ্ৰিক নিষ্পেষণতাৰ পৰিবৰ্তে তেওঁলোকৰ অৰ্থনৈতিক, সামাজিক আৰু ৰাজনৈতিক চেতনা বাস্তৱত ৰূপায়িত হৈছে। সমবায় ব্যৱস্থা, সামাজিক পুনৰ্সংগঠন, আৰ্থিক উন্নতি, থকা-মেলাৰ উন্নত ব্যৱস্থা, শিক্ষা-দীক্ষাৰ সা-সুবিধা শ্ৰমিকশ্ৰেণীয়ে ভোগ কৰিছে। মাৰ্ক্সৰ ভৱিষ্যতবাণীত উদ্যোগক্ষেত্ৰত অধিক অগ্ৰসৰ হোৱা দেশ ইংলণ্ড, জাৰ্মানী আৰু মাৰ্কিন যুক্তৰাষ্ট্ৰত সৰ্বহাৰা বিপ্লৱী আন্দোলন প্ৰথমতে আৰম্ভ হব বুলি উল্লেখ আছিল। ছোভিয়েট ইউনিয়নক মাৰ্ক্সে বিপ্লৱৰ বাবে সম্পূৰ্ণ উপযোগী বুলি বিবেচনা কৰা নাছিল। কিন্তু ছোভিয়েট দেশতে বিপ্লৱ প্ৰথমতে বাস্তৱত ৰূপায়িত হ'ল।

কোনোৱে কয়, সমপর্য্যায় উন্নতি গাঠনিত জড়িত জাতিসমূহৰ স্বাভাৱিক বৈষম্যৰ ফলত মাৰ্ক্সৰ ঐতিহাসিক যুক্তিবাদ দুখজনক ভাৱে পৰাজিত হৈছে। জাতি, ধৰ্ম আৰু স্বদেশ চিন্তাৰ দৰে প্ৰয়োজনীয় বিষয়সমূহ মাৰ্ক্সীয় তত্বত মুকলিভাবে পৰীক্ষা-নিৰীক্ষা হোৱা নাই। মানবীয় ব্যক্তিত্বৰ যি গতিশীল ভূমিকা সেই দিশত মাৰ্ক্সৰ দৃষ্টি তুলনামূলকভাৱে সংকীৰ্ণ।

কাৰোবাৰ আপত্তি লেখাৰ ধৰণ লৈ। লেখাৰ প্ৰণালীয়ে দাস কেপিটেল নিৰস আৰু কঠিনপাঠ ৰূপে দাঙি ধৰিছে। বচন, প্ৰতিবচন বিচাৰ প্ৰকৰণ মুঠেই সহজ আৰু সাৱলীল নহয় বুলি এওঁলোকে আপত্তি দৰ্শাইছে। বিৰোধীপক্ষই প্ৰতিবাদ কৰি মন্তব্য দিছে, "মাৰ্ক্সৰ দৃষ্টিভঙ্গী আছিল অসৎ উদ্দেশ্যৰে প্ৰণোদিত। এই ইহুদীজনে মানবীয় প্ৰগতিৰ নামত মানৱ সভ্যতাৰ অধঃপতন হে কামনা কৰিছিল। তেওঁৰ সন্ত্ৰাসবাদী আন্দোলনত অনেক নিৰীহ লোকে অবাবত প্ৰাণ হেৰুৱালে। সমাজ বিক্ষোভ, ৰাজনৈতিক উত্তেজনা, অৰ্থনৈতিক অস্থিৰতাই দেশৰ উন্নতিত প্ৰতিবন্ধক হৈ অধঃপতনৰ সূচনা কৰিলে; হিংসা-প্ৰতিহিংসাই মানবীয় লক্ষ্য ছিন্ন ভিন্ন কৰি পেলালে।" ত্যাগ আৰু অহিংসা যাৰ অৱলম্বন, তেওঁলোকে ভাবে যে মৌলিক আৰু সম-অধিকাৰৰ ভিত্তিতহে যথাৰ্থ জনকল্যাণ আশা কৰিব পাৰি। ইয়াৰ বাবে পুঁজিবাদৰ ধ্বংসসাধন আৱশ্যক নকৰে। বৰং পুঁজিবাদী আৰু শ্ৰমজীৱিৰ সহযোগত দেশৰ উন্নতি সাধিব পাৰি। এই সামগ্ৰিক সহযোগত পুঁজিবাদীৰ শোষণনীতিৰ সংস্কাৰ ঘটে। বল প্ৰয়োগেৰে লোকৰ অৰ্থসম্পদ অধিকাৰ কৰি স্থায়ী সমাজবাদ প্ৰতিষ্ঠা কৰিব নোৱাৰি বা কোনো মৌলিক সমস্যা সমাধান কৰিব নোৱাৰি।

সহিষ্ণু সমালোচক অনেকেই অৱশ্যে কৈছে যে মাৰ্ক্সীয় তত্বৰ প্ৰতি নাক কোচোৱা লোকৰ অভাৱ নাই। কোনো লোকৰ আদৰ্শ বিশ্বাসৰ লগত মাৰ্ক্সবাদৰ সমন্বয় নঘটিলেও ইয়াৰ ভিতৰত মহত্বৰ ছাপ

নথকা নহয়। মাৰ্ক্স আছিল প্ৰকৃততে এজন মহান দাৰ্শনিক, ভবিষ্যত-দ্ৰষ্টা ঋষি যিগৰাকী ব্যক্তিয়ে ১৯ শতিকাত দাসত্ব পৰা শ্ৰমিক-শ্ৰেণীক মুক্তি দিবলৈ নিজৰ জীৱন উচৰ্গা কৰিছিল। তেওঁ আছিল প্ৰগতিৰ প্ৰতীক। পৃথিবীৰ অগণন মেহনতী মানুহৰ দাবী তেওঁ নিৰ্ভীকতাৰে প্ৰচাৰ কৰিছিল। লৌহসদৃশ আত্ম-বিশ্বাস, অটল দৃঢ়তা, অবিচল মনোবল, দাসত্ব আৰু নিষ্পেষণৰ প্ৰতি অদমনীয় ঘৃণা, ক্ৰোধ আৰু আক্ৰোশ লগতে অদ্ভুত উত্তেজনা আৰু বৈপ্লৱিক আশাবাদে কাৰ্ল মাৰ্ক্সক দাস কেপিটেল ৰচনা কৰাত ইন্ধন যোগাইছিল। তেওঁৰ ভবিষ্যতবাণীত সতৰ্ক হৈ অনেক পুঁজিবাদী উদ্যোগত শ্ৰমিকশ্ৰেণীৰ কল্যাণ ব্যৱস্থা আৰম্ভ হৈছে। শ্ৰমিক আন্দোলনে ৰাজনৈতিক চেতনা লাভ কৰি সঙ্ঘবদ্ধভাৱে প্ৰগতিৰ পথত আগবাঢ়িবলৈ বল পাইছে।

বৰ্তমান শতিকাৰ আৰম্ভণীতে পৃথিবীৰ এক প্ৰান্তত সৰ্বহাৰা মানুহৰ বিজয় আৰু লাহে লাহে এক তৃতীয়াংশ মানুহৰ মাৰ্ক্স প্ৰদৰ্শিত তত্ত্বত গভীৰ বিশ্বাসৰ ফলত শিল্প-সাহিত্যত যি গতিবেগ আহিছে তাক অস্বীকাৰ কৰিবৰ থল নাই। মাৰ্ক্সীয় তত্ত্বই ব্যাপক সামাজিক পৰিবৰ্তন ঘটাই জীৱনৰ মূল্যবোধক শোধিত কৰি ইতিহাসৰ পথ দ্ৰুতগতিত আগবঢ়াই নিছে। আমি আজি ৰাজনৈতিক পৰিবৰ্তনৰ লগতে শিল্প-সাহিত্যকো এক নতুন দৃষ্টিভঙ্গীৰে দেখিবলৈ পাওঁহক। ইয়াক কোনোৱে কয় কমিউনিষ্ট সাহিত্য বা বাওঁপন্থী সাহিত্য অথবা মাৰ্ক্সবাদী সাহিত্য। কোনোৱে আকৌ কয়, সমাজতান্ত্ৰিক বাস্তৱবাদী সাহিত্য।

দাস কেপিটেলক শ্লোগানধৰ্মী গ্ৰন্থ বুলি অগ্ৰাহ্য কৰিব নোৱাৰি। সংগ্ৰামী সাহিত্য মাত্ৰেই শ্লোগানধৰ্মী বুলি কলে ভুল কোৱা হব। দাস কেপিটেলৰ এক মহান উদ্দেশ্য আছিল—যাৰ বাবে ইয়াক কোৱা হয়—"পৃথিবীৰ মেহনতী মানুহৰ পবিত্ৰ বাইবেল।" হেৰল্ড লাস্কিৰ ভাষাত ক'বৰ দৰে দাস কেপিটেল আদৰ্শৰ মহত্তম গ্ৰন্থ। ন্যায়, আৰু

সুবিচাৰৰ হকে কাৰ্ল মাৰ্ক্সে এই গ্ৰন্থ ৰচনা কৰিছিল। কেতিয়াবা তেওঁৰ চিন্তাধাৰাই প্ৰজ্বলিত ঘৃণা আৰু প্ৰচণ্ড গৰ্বৰ আশ্ৰয় লৈছে। কেতিয়াবা দৰিদ্ৰতা আৰু উৎপীড়নত ছিন্ন ভিন্ন হোৱা অসহায় লোক-সকলৰ করুণ ক্ৰন্দনত মৰ্মাহত হৈ পৰিছে। কিন্তু এটা কথা সত্য যে ক্ষুধিত, অৱহেলিত, পদদলিত শ্ৰমজীৱি লোকসকলৰ কান্ধৰ পৰা গ্লানি আৰু পৰাধীনতাৰ গধুৰ বোজাটো আঁতৰাই তেওঁলোকক নতুন জীৱনৰ পথ দেখুৱাই দিবলৈ কাৰ্ল মাৰ্ক্সে আপ্ৰাণ চেষ্টা কৰিছিল। যিজন মানুহে গোটেই জীৱন দুখ-কষ্ট, ব্যৰ্থতা হাঁহাকাৰতে কটালে সেইজন মানুহেই সমগ্ৰ বিশ্বৰে পৰা দৰিদ্ৰতা আঁতৰ কৰা প্ৰবল আশা ৰোপণ কৰিলে, পৃথিৱীৰ চেহেৰা বিস্ময়জনকভাৱে পৰিবৰ্তন কৰিলে।

দাস কেপিটেলৰ প্ৰথম খণ্ড প্ৰকাশ পাইছিল মাৰ্ক্সৰ জীৱিত-কালতে। ১৮৮৩ চনত তেওঁৰ মৃত্যু ঘটাৰ পাচত এঙ্গেলেচে অ'ত ত'ত সিঁচৰিত হৈ থকা অসম্পূৰ্ণ পাণ্ডুলিপি বহু শ্ৰমেৰে সংগ্ৰহ কৰি জুকিয়াই লৈ ছপা কৰাৰ ব্যৱস্থা কৰে। ১৮৮৫ চনত ২য় খণ্ড প্ৰকাশ পায় আৰু এঙ্গেলেচৰ মৃত্যুৰ এবছৰৰ আগতে অৰ্থাৎ ১৮৯৪ চনত ৩য় খণ্ড প্ৰকাশ পায়। এই দুয়ো খণ্ডতে প্ৰথম খণ্ডত আৰম্ভ কৰা চলিত মূলধনৰ আৰু পুঁজিবাদী উৎপাদন ব্যৱস্থাৰ বিষয়ে আলোচনা কৰা হৈছে। অৱশ্যে কবলৈ গলে দাস কেপিটেলৰ প্ৰথম খণ্ডতে মাৰ্ক্সীয় তত্ত্বই স্বৰূপ লাভ কৰিলে। উদ্বৃত্ত মূল্যতত্ত্বৰে সম্পাদিত গ্ৰন্থখন ১৯০৫-১৯১০ চনত জাৰ্মান দেশত প্ৰকাশ হয়। কাৰ্ল কাউৎস্কিয়ে এই গ্ৰন্থ যুগুত কৰে আৰু দাস কেপিটেলৰ ৪ৰ্থ খণ্ডৰূপে স্বীকৃতি লাভ কৰে।

# ৰুচোৰ আত্মস্বীকাৰ

ৰুচোৰ আত্মস্বীকাৰ ( The Confessions of Rousseau ) এখন কালজয়ী গ্ৰন্থ। এই গ্ৰন্থ তেওঁ সম্পূৰ্ণ কৰে ১৭৭০ চনত ষাঠি বছৰ বয়সত। সক কালৰে পৰা ৰুচোৰ স্বাস্থ্য মুঠেই ভাল নাচিল। এটাৰ পাচত আন এটা বেমাৰ লাগি মানুহজনক জুৰুলা কৰিছিল। অনেকবাৰ শকত নৰীয়াত পৰি তেওঁৰ শৰীৰ ভাঙি গৈছিল। অনেকবাৰ অকালমৃত্যুৰ মুখৰ পৰা তেওঁ কথমপি ৰক্ষা পাইছিল। আজীৱন ভুগিছিল কিড্‌নিৰ অসুখত। খোৱা-বোৱাত অনিয়ম, থকা-মেলাত ব্যতিক্ৰম এটা অসলগ্ন জীৱনৰ বাবে ৬০ বছৰ বয়সটো কম নহয়। এই ৬০ বছৰৰ ডেওনা অতিক্ৰম কৰোঁতে ৰুচোৰ জীৱনটোৱে প্ৰচণ্ড জ্বালা-যন্ত্ৰণাৰ, ভয়-দুৰ্যোগৰ চেপাত ক্ষত-বিক্ষত হৈ পৰিছিল। অবিৰাম দুখ-দুৰ্দশাই তেওঁৰ জীৱন অতিষ্ঠ কৰি তুলিছিল। কিন্তু ভগ্নদেহ, ছিন্নভিন্ন হৃদয়, একোৱেই ৰুচোৰ মানসিক দিগন্তক ব্যতিব্যস্ত কৰি তুলিব নোৱাৰিলে। বিপৰ্য্যয়ৰ মাজেদিয়েই তেওঁ জগতজোৰা খ্যাতি অৰ্জন কৰিবলৈ সমৰ্থ হৈছিল। মৰ্মাহত জীৱনৰ কৰুণ কাহিনী আত্ম-স্বীকাৰোক্তিৰ মাজেদি লিপিবদ্ধ কৰি তেওঁ অক্ষয় কীৰ্ত্তি ৰাখি গৈছে। সমালোচকৰ চকুত ৰচয়িতাৰ ৰচনাকালীন মনৰ অৱস্থা আৰু ব্যক্তিগত জীৱনৰ অস্থিৰতাই কোনো গুৰুত্ব লাভ কৰিবনে নকৰে সেই বিষয়ে সন্দেহ থাকিলেও আত্মস্বীকাৰ গ্ৰন্থখনি যে এক শতাব্দীৰ সাহিত্য-

কীৰ্ত্তি তাত কাৰো দ্বিমত থাকিব নোৱাৰে। বাস্তৱ জগতৰ সংগ্ৰাম আৰু হীন কলহৰ ভিতৰেদি ডাঙৰ দীঘল হোৱা ৰুচোৱে "আত্মস্বীকাৰ"ৰ দৰে সুবৃহৎ গ্ৰন্থ এখন লেখি উলিয়াবলৈ ইমান দুৰ্দান্ত উত্তম কেনেকৈ পালে, ভাবিলে তবধ মানিব লাগে। সুগভীৰ অন্তৰ্দৃষ্টি আৰু স্বাধীন ইচ্ছাশক্তিৰ সামৰ্থ্য নাথাকিলে এনে এখন গ্ৰন্থ লেখি উলিওৱাটো কাৰো বাবে সহজ কথা নহয়। প্ৰবৃত্তিৰ তাড়না আৰু সামাজিক হেঁচাত ৰুচোৰ লিখনিয়ে মানুহৰ অমঙ্গল দূৰ কৰাৰ উপায় চিন্তা কৰিছিল। অথচ মানুহজনৰ জীৱনত দুখ-দুৰ্দশাৰ সীমা নাছিল। নিষ্ঠুৰতা আৰু নিৰ্দয়তাৰ আঘাতত তেওঁৰ শিল্পীসুলভ মনটো অসন্তোষৰ ট্ৰেজিক মূৰ্তিলৈ ৰূপান্তৰিত হৈছিল। পৃথিৱীৰ অনেক সুস্থ মানুহে তেওঁৰ বিৰুদ্ধে ষড়যন্ত্ৰ চলাইছিল আৰু তেওঁৰ গ্ৰন্থক ঘৃণা আৰু ক্ৰোধৰ চকুৰে চাই কটু সমালোচনা কৰিছিল। জীৱিত অৱস্থাত ৰুচোৱে কাৰো পৰা সন্মানসূচক প্ৰশংসা লাভ কৰিব নোৱাৰিলে। হাটে-বজাৰে, খবৰ-কাগজৰ পৃষ্ঠাই পৃষ্ঠাই, সমাজৰ বিদগ্ধজনৰ আলাপ-আলোচনাই তেওঁক চক্ৰান্তকাৰী, বিদ্ৰোহী, লম্পট, চৰিত্ৰহীন, আন্দোলনকাৰী, উচ্ছৃংখল, আত্মকেন্দ্ৰিক প্ৰভৃতি উপাধিৰে থকাসৰকা কৰিছিল। কিন্তু ৰুচোৰ হৃদয়ত প্ৰকৃতিৰ নতুন জয়লাভৰ ছবি জিলিকি উঠিছিল। নিজৰ বিচাৰ-বুদ্ধিৰে তেওঁ মানৱ প্ৰকৃতিৰ গুপ্ত ৰহস্যৰ সম্ভেদ পাইছিল আৰু মানৱ মনৰ স্বাধীন চিন্তাৰ প্ৰয়োজনিয়তা উপলব্ধি কৰিছিল।

ৰুচোৰ "আত্মস্বীকাৰ" তেওঁৰ আত্মকাহিনীৰ এক নিৰ্ভীক বিবৰণ। ৰুচোৱে কৈছিল, "মোৰ এই স্বীকাৰোক্তিৰ এটা কথাও মিছা নহয়। কোনোৱে যদি কয়, মোৰ কথা সত্য নহয়, মোৰ জীৱনত ঘটা অনেক অশোভন কাৰ্য্য ঢাকিবলৈ মই এই গ্ৰন্থ লিখিছোঁ, তথাপিও মই দৃঢ়ভাৱে কম যে মোৰ এই গ্ৰন্থ মোৰ প্ৰকৃত আত্মজীৱনী। ইয়াৰ শুচি-শুদ্ধ, নীতি নিয়ন্ত্ৰণৰ কোনো প্ৰশ্ন মই অৱতাৰণা কৰা নাই। মোৰ জীৱনৰ মৰ্মবিদাৰী ঘটনাসমূহৰ সুস্পষ্ট

ছবি এখন দাঙি ধৰাই মোৰ উদ্দেশ্য। কোনো প্ৰসঙ্গ উপস্থাপন কৰোঁতে দিন, ক্ষণ, সময়, তাৰিখৰ বেমেজালি ঘটিব পাৰে, কোনো প্ৰয়োজনীয় প্ৰসঙ্গ এৰা পৰিব পাৰে, কিন্তু মই যি অনুভৱ কৰিছোঁ, তাত ক'তো কোনো ভুল নাই, কোনো সন্দেহ নাই।" কচোৱে আকৌ কৈছিল,—"কোনোৱে মোৰ 'আত্মস্বীকাৰ' পঢ়ক বা নপঢ়ক, আদৰ কৰক বা নকৰক, মোৰ প্ৰকৃতি, মোৰ চৰিত্ৰ, মোৰ আদৰ্শ, ৰুচিবোধ, অভ্যাস অনুধাৱন কৰক নকৰক তাৰ প্ৰতি মই সিমান আগ্ৰহশীল নহওঁ! মোৰ জীৱনকাহিনীৰ ঘটনাৱলী পঢ়ি কোনো লোকে ঘৃণাত নাক কোঁচালে মোৰ কৰিবলগা একো নাই। মোৰ নিজৰ চৰিত্ৰৰ কথা, মোৰ জীৱনৰ বৈচিত্ৰময় অভিজ্ঞতাৰ কথা, মোৰ অন্তৰত প্ৰতিধ্বনিত হোৱা ভাৱ-তৰঙ্গৰ কথা ইয়াত ব্যক্ত কৰিছোঁ মাত্ৰ। অশোভন গ্ৰন্থ বুলি ইয়াক কঠোৰ হাতেৰে নিষিদ্ধ কৰিলেও মোৰ দুখ নাই, বেজাৰ নাই। কোনোৱে যদি কয়, কচো অসৎ, লম্পট, চৰিত্ৰহীন, সেই অপবাদৰ বাবে মই আচৰিত নহওঁ বা কওঁতাজনৰ খং বিদ্বেষত শ্বাসৰুদ্ধ নহওঁ।"

কচোৰ এই উক্তি তেওঁৰ মানসিক অশান্তিৰ এক গভীৰ প্ৰতি-লিপি। অপযশ-অভিশাপ যাৰ জীৱন সঙ্গী, তেনে এজন কাহিনী-কাৰৰ ৰচনাত এনে নিৰাশবাদ সাধাৰণতে আমি দেখা পাওঁহক। বহু খ্যাতিমান লিখকৰ জীৱনত কৰুণ সুৰ ধ্বনিত হৈছে, সত্যবোধৰ প্ৰতি দুৰ্বলতাই দেখা দিছে। কিন্তু এওঁলোকে নিজৰ সৃজন প্ৰতিভাৰে নিত্য নতুন সাহিত্য সৃষ্টি কৰি সমাজ তথা মানুহৰ মন আৰু চেতনা নিঃসন্দেহে সমৃদ্ধ কৰিছে। কচোৰ আত্মস্বীকাৰ এনে এক গ্ৰন্থ যিখনৰ কালজয়ী বৈশিষ্ট্যৰ কথা স্বীকাৰ নকৰি উপায় নাই। ৰচয়িতাৰ ক্লান্তি-অৱসাদৰ ভিতৰেদি দুখবোধ বেদনা, ক্লেশ-যন্ত্ৰণাৰ স্বৰিৰতা অঙ্কিত হলেও এই গ্ৰন্থই কচোৰ এক "বিবেচক আত্মা" আমাৰ আগত দাঙি ধৰিছে। ইয়াৰ ভিতৰেদি মানৱ জীৱনৰ মঙ্গলৰ হকে চিন্তা, অনুভূতি আৰু বুদ্ধিগত প্ৰবৃত্তি উত্থাপিত হৈছে। এই

দৃষ্টিকোণৰ পৰা বিচাৰ কৰিলে ৰুচোৰ "আত্মস্বীকাৰ" মানৱ চৰিত্ৰৰ এক উপাদেয় গ্ৰন্থ, বিশ্বসাহিত্যৰ এক বলিষ্ঠ সংগ্ৰহ। সুদীৰ্ঘ ১২ খণ্ডত লিখি সম্পূৰ্ণ কৰা এই গ্ৰন্থ ৰুচোৰ জীৱন-জিজ্ঞাসাৰ এক অসামান্য চলচ্চিত্ৰ। নিজৰ সকলো অস্তিত্ব ঢালি দি ৰুচোৱে আবিষ্কাৰ কৰিছিল জীৱনৰ প্ৰকৃত মূল্যাঙ্কন। গভীৰ বেদনাৰে ভবিষ্যত বংশধৰসকললৈ তেওঁ সমাজৰ অভিশাপ আঁতৰাই জীৱনৰ সকলো লাঞ্ছনা, তিক্ততা, ভয়ঙ্কৰ অভিজ্ঞতাৰ পৰা মুক্ত হবলৈ সঁকিয়াইছিল।

ৰুচোৰ আগতে চেইণ্ট অগাষ্টিন, ছাঁতা তেৰেছা প্ৰভৃতি সাহিত্যিক-সকলে 'আত্মকাহিনী' লিখিছিল। এইবোৰ আছিল ব্যক্তিগত জীৱনৰ সত্যবোধৰ পৰিচয়। ধৰ্মীয় বিশ্বাস, ধৰ্মীয় তত্ত্ব বিশেষৰ অভিজ্ঞতা, ৰামধেনুৰ সাত বৰণেৰে উজ্জ্বল স্বাভাৱিক অস্বাভাৱিক ঘটনাৰ বিচিত্ৰ সংমিশ্ৰণ এই গ্ৰন্থসমূহত জন্মবৃত্তান্তৰ ভিতৰেদি প্ৰকাশ পাইছিল। ব্যক্তিজীৱনৰ উপকৰণ লৈয়ো ৰুচোৱে মানৱ মনৰ ঘাত-প্ৰতিঘাত, সৰলতা, চক্ৰান্ত, দয়া-মমতা, নিষ্ঠুৰতা, ক্ষমা, হিংসা, নীচতা, ভোগ-বাসনা, সংসাৰ বিমুখতা সকলো একেলগে পৰিবেশন কৰি নিপুণতাৰ পৰিচয় দিছে।

"মই আজি এনে এক চৰিত্ৰ অঙ্কন কৰিব খুজিছোঁ যিটো চৰিত্ৰ সম্পূৰ্ণ মোৰ নিজৰ।" ৰুচোৱে তেওঁৰ 'আত্মস্বীকাৰ' এইদৰেই আৰম্ভ কৰিছিল। মুক্ত মন-প্ৰাণেৰে তেওঁ জীৱনৰ ছবি অঙ্কিত কৰিছিল, জীৱন আছিল 'হাঁহি কান্দোনৰ মেলা'। অনেক গ্লানি, অনেক অপবাদৰ পাত্ৰ হৈ তেওঁ জীৱনযাত্ৰাৰ পাতনি মেলিছিল। ৰুচোৰ আত্মস্বীকাৰ কাহিনীয়ে অস্থিৰ অথচ সংযত মন এটাৰ উজ্জ্বল ছবি এখন দাঙি ধৰি লক্ষ লক্ষ মানুহৰ মন আকৰ্ষণ কৰিবলৈ সমৰ্থ হৈছে। ইয়াত তেওঁৰ অনুভূতি, উপলব্ধি আৰু ভবিষ্যতৰ গতিশীল সামাজিক জীৱনধাৰা প্ৰতিফলিত হৈছে। ঘটনাৰ সোঁত কেতিয়াবা ঘনীভূত হৈ প্ৰেমৰ হাস্যস্পদ দৃশ্য পৰিলক্ষিত হৈছে। কেতিয়াবা আকৌ

বিষণ্ণ হৃদয়েৰে উভতি আহিল সে-শ'ৰমেতলৈ। মাদাম-দ্য-ওৱাৰাৰ বাহিৰে অন্তত্ৰ গতি নাই কচোৰ।

ইতিমধ্যে এজন ৰাজকোঁৱৰৰ আবিৰ্ভাৱ হৈছিল মাদামৰ হাউলিত। কচোৰ সমবয়সী, অত্যন্ত সুশ্ৰী, দীৰ্ঘকায়। চলন-ফুৰণ, ধৰণ-কৰণত সৈনিকৰ তৎপৰতা দৃশ্যমান। কচোৱে লক্ষ্য কৰিলে, মাদামে এই ৰাজকোঁৱৰৰ ওপৰত গভীৰ আস্থা ৰাখিছে আৰু কৃষি গৱেষণাৰ কামত মাদামক সাহায্য কৰিবলৈ ভাৰ দিছে। কচোৱে আৰু লক্ষ্য কৰিলে যে মাদামে তেওঁৰ লগত আগৰ হলি-গলি ৰক্ষা কৰিবলৈ আগ্ৰহ প্ৰকাশ কৰা নাই, বৰং নৱাগত ৰাজকুমাৰৰ অভ্যৰ্থনাত বেছি আগ্ৰহবান। যি মাদামৰ বাবে কচোৱে প্ৰত্যেক পদক্ষেপতে চিন্তা কৰিছিল, মন আৰু বিবেকৰ লগত অহৰহ সংগ্ৰাম কৰি যাৰ বাবে কচোৱে সৰ্বস্ব ত্যাগ কৰিছিল, সেই মাদামৰ মানসিক অধঃপতনত তেওঁ মৰ্মাহত হৈ পৰিল। দুৰ্ভাগ্যক অস্বীকাৰ নকৰি মাদামক কৈ-মেলিয়েই কচো আঁতৰ হ'ল। মাদামে বেজাৰ পালেও হয়তো অনুশোচনাক প্ৰশ্ৰয় নিদিলে। ভবিষ্যতৰ কথা চিন্তা কৰি দুখৰ বোজা গধুৰ কৰা মাদামৰ স্বভাৱ নাছিল। সকলো ঘটনাকে সহজভাৱে তেওঁ গ্ৰহণ কৰি এক অসাধাৰণ প্ৰতিভাৰ পৰিচয় দিছিল।

মাদামক পৰিত্যাগ কৰাৰ পাচত কচোৰ জীৱনলৈ আহিছিল দুঃসহ আবেগ। মানুহৰ বঞ্চনা বেদনা, ঈৰ্ষাসুলভ মনোবৃত্তিত কচোৱে নিৰাশাৰ প্ৰমাদ গণিছিল। হতাশাৰ পৰা কেতিয়াবা জীৱনলৈ আহে জীৱন্ত উদ্দীপনা, পৰাজয়ৰ পাচত আহে আত্মবিশ্বাসৰ উত্তেজনা। কচোৰ অবিচ্ছিন্ন হৃদয়তো উন্মোচিত হ'ল আত্মপ্ৰতিষ্ঠাৰ বিৰামবিহীন সংগ্ৰাম, আৰম্ভ হ'ল জীৱন জিজ্ঞাসাৰ বিচিত্ৰ ভূমিকা। লিঅ'লৈ আহি এক অভিজাত ঘৰৰ দুটা ল'ৰাক পঢ়াবৰ বাবে ঘৰুৱা শিক্ষকৰ কামত কচোৱে আত্মনিয়োগ কৰে। এই ঠাইত থকা কালতে কচোৱে লিখি উলিয়ায় 'Narcisse' নামৰ এক গ্ৰন্থ।

কচোৱে উপলব্ধি কৰিলে যে আত্মপ্ৰতিষ্ঠাৰ বাবে তেওঁৰ প্ৰয়োজন অৰ্থৰ, ভীষণ প্ৰয়োজন। ইয়াৰ অবিহনে জীয়াই থকাৰ আশা অলীক কল্পনা। পেৰিচ টকাৰ দেশ, আত্মপ্ৰতিষ্ঠাৰ দেশ।

কচোৱে পেৰিচলৈ যাত্ৰা কৰিলে ১৭৪১ চনত। লগত সম্বল নিজৰ উদ্ভাৱিত স্বৰলিপিৰ নতুন প্ৰণালী আৰু ১৫টা ফৰাচী মুদ্ৰা। স্বৰলিপি নকল কৰি কিছুদিন জীৱন অতিবাহিত কৰাৰ পাচতে কচোৰ লগত পৰিচয় ঘটিল অসাধাৰণ প্ৰতিভাসম্পন্ন ব্যক্তি দিদৰোৰ লগত। কচোৰ জীৱনত এইজন ব্যক্তিৰ প্ৰভাৱ আছিল অতুলনীয়। এওঁৰ সান্নিধ্যত কচোৱে নিজৰ কৰ্মচক্ৰৰ বাহিৰত এক নতুন চক্ৰৰ লগত জড়িত হবলৈ সুবিধা পালে। দিদৰোৱে কচোৰ স্বাভাৱিক দক্ষতাৰ আভাস পাইছিল আৰু বুজিছিল যে, সৃষ্টিমূলক কাৰ্য্যত এওঁৰ মন প্ৰয়োগ কৰিব পাৰিলে প্ৰকৃত পৰিচয় ফুটি ওলাবলৈ সৰহ সময় নালাগিব। কচোৰ সঙ্গীত আলোচনা দিদৰোৱে আগ্ৰহেৰে শ্ৰৱণ কৰিছিল। তেওঁ উপলব্ধি কৰিছিল যে কচোৰ উদ্ভাৱিত স্বৰলিপিত বৈজ্ঞানিক ব্যাখ্যা আছে। পেৰিচৰ সঙ্গীতামোদী বাইজে এওঁৰ স্বৰলিপি আয়ত্ত কৰি গীতৰ লগত কণ্ঠস্বৰ সহজে মিলাবলৈ সুবিধা পাব। কিন্তু এই পৰ্য্যায়লৈ আনিবৰ বাবে কচোৱে পেৰিচৰ সঙ্গীত অকাডেমীৰ স্বীকৃতি লাভ কৰা নিতান্ত প্ৰয়োজন। দিদৰোৱে কচোক অকাডেমীৰ লগত যোগাযোগ কৰি দিলে। কিন্তু অকাডেমীৰ বিচাৰক মণ্ডলীয়ে কচোৰ স্বৰলিপিক খুব গুৰুত্বপূৰ্ণ বুলি বিবেচনা নকৰাত তেওঁ জনপ্ৰিয়তা অৰ্জন কৰিব নোৱাৰিলে। কচোৱে তেওঁৰ আত্মস্বীকাৰত এই সন্দৰ্ভত আক্ষেপ কৰি কৈছিল, "স্বৰলিপিৰ বৈচিত্ৰ্য উপভোগ কৰাৰ শক্তি মানুহৰ সীমাবদ্ধ। অনেক ক্ষেত্ৰত বিভিন্ন বাদ্যযন্ত্ৰৰ মিশ্ৰ ধ্বনিৰ যি সমন্বয়, তাক বৈজ্ঞানিক ভিত্তিত হৃদয়ঙ্গম কৰাৰ ক্ষমতা আমাৰ নোহোৱা হৈ পৰে। সঙ্গীতৰ পৰা সাধাৰণ আনন্দ পাবলৈকো স্বৰলিপিৰ প্ৰয়োজন আছে। মোৰ যি স্বৰলিপি, তাত মই সঙ্গীতৰ ছন্দ, তাল আৰু তৰঙ্গ প্ৰৱাহৰ গতি নিয়ন্ত্ৰিত কৰি

ধ্বনি বৈশিষ্ট্যৰ প্ৰাধান্য দিছিলোঁ। মই দৃঢ়তাৰে কব পাৰোঁ যে এই পদ্ধতি অনুসৰণ কৰিলে সঙ্গীতে সাধাৰণ শ্ৰোতাকো প্ৰভাৱান্বিত কৰিব পাৰিব। কিন্তু দুৰ্ভাগ্যবশতঃ অকাডেমীৰ যিসকল বিচাৰক, তেওঁলোকে মোৰ প্ৰকৃত উদ্দেশ্যক বিপৰীত দৃষ্টিৰে বিবেচনা কৰিলে।" কচোৰ উত্তম যাতে ম্লান নপৰে তাৰ প্ৰতি দিদৰোৱে লক্ষ্য ৰাখিছিল। দিদৰোৰ বন্ধুমহলৰ অনেকে কচোৰ উদ্ভাৱিত প্ৰণালীৰ প্ৰতি আগ্ৰহ প্ৰদৰ্শন কৰি তেওঁক উৎসাহিত কৰিছিল। ৰামো বোলা এজন সুৰস্ৰষ্টাৰ লগত কচোৰ পৰিচয় ঘটিছিল। তেওঁৰ মাৰ্জিত আৰু নিখুঁত সঙ্গীত ৰচনাত কচো অভিভূত হৈ পৰিছিল। এওঁৰ উৎসাহতে কচোৱে কঠোৰ পৰিশ্ৰম কৰি নিজৰ স্বৰলিপিৰ সুৰসাম্যগত জটিলতা আঁতৰাই নতুন উপাদান যোগ দিলে আৰু ছপাৰৰ ব্যৱস্থা কৰিলে। কোনোমতে এজন প্ৰকাশক যোগাৰ কৰি কচোৱে তেওঁৰ স্বৰলিপি প্ৰকাশ কৰি উলিয়ালে হয়, কিন্তু এই কামত লোকচানৰ বাহিৰে একো লাভ নহ'ল। কঠোৰ পৰিশ্ৰমৰ ফলস্বৰূপে তেওঁৰ স্বাস্থ্য বেয়াৰ ফালে ঢাল খালে।

কচোৰ ভাবনা-চিন্তা আঁতৰ কৰিবলৈ দিদৰোৱে তেওঁৰ বিশ্বকোষৰ কামত কচোক নিয়োগ কৰিলে। অৱশেষত পেৰিচ চহৰৰ অতুলনীয় ৰূপ-লাৱণ্যৰ অধিকাৰিণী মাদাম দুপাঁ্যাৰ চেক্ৰেটৰী কাৰ্য্যত নিযুক্ত হৈ কচোৱে সৌভাগ্যৰ দুৱাৰদলিত ভৰি দিলে। অভিজাত ঘৰৰ বোৱাৰী মাদাম দুপাঁ্যা। ৰাজকীয় সন্মান, অতুল ধন-সম্পত্তি, প্ৰচুৰ শক্তি-সামৰ্থৰ গৰাকী মাদাম দুপাঁ্যাৰ অনুগ্ৰহ লাভ কৰিবলৈ অনেক যশস্বীলোকে শতদলৰ দৰে ঘূৰি ফুৰিছিল। কচোৰ জীৱনত তেনে এগৰাকী মহিলাৰ অভ্যৰ্থনা লাভ কৰাটো কম সৌভাগ্যৰ কথা নহয়। কিন্তু জ্ঞানী হৈয়ো অনেক বিজ্ঞলোকে কেতিয়াবা নিৰ্বোধৰ দৰে কাম কৰে। কাৰ্য্যকাৰণ ভৱিষ্যতৰ কথা চিন্তা নকৰি কচোৱে মাদামৰ সঙ্গলাভক ভিত্তি কৰি প্ৰেমৰ প্ৰাসাদ ৰচনা কৰিলে। কিন্তু তেওঁ এই কাৰ্য্যত অগ্ৰসৰ হব নোৱাৰিলে। মাদামৰ ব্যক্তিত্বই তেওঁৰ

প্ৰণয় অভিযানত কোনো সঁহাৰি নিদি কটুকথাৰে প্ৰত্যাখ্যান কৰিলে। ৰুচোৱে মাদামলৈ প্ৰেমপত্ৰ লিখি উদ্দেশ্য সিদ্ধিৰ প্ৰচেষ্টা চলাইছিল। মাদামে দেখুৱা অৱজ্ঞাত ৰুচোৰ জীৱনলৈ ধিক্কাৰ আহিছিল, প্ৰণয়ৰ দুঃসহ ব্যৰ্থতাই তেওঁৰ মন অনুশোচনাৰে ওপচাই পেলাইছিল। ৰুচোৱে কৈছিল, "মাদাম ডুপ্যাঁৰ ওচৰত মোৰ প্ৰেম প্ৰত্যাখ্যান হোৱাত মোৰ অনুশোচনাৰ সীমা নাছিল। প্ৰকৃততে তেওঁ আছিল প্ৰণম্য। তেওঁৰ স্নেহকাতৰ স্পৰ্শক কামনাৰ চকুৰে চাই মই ভুল কৰিছিলো মাত্ৰ। এই ভুল ধৰা পৰাত মই তেওঁৰ ওচৰত ক্ষমা প্ৰাৰ্থনা বিচাৰিছিলো, মাদামে নিমিষতে সকলো অপৰাধ ক্ষমা কৰিছিল।" মাদামৰ সপত্নীৰ পুত্ৰ মসিঁয়ে ড্য ফ্ৰাঁকুইৰ লগত ৰুচোৰ এক সৌহাৰ্দ্যপূৰ্ণ বন্ধুত্ব গঢ়ি উঠিছিল। এওঁৰ যত্নতে ৰুচোৱে ৰাজদূত কাউণ্ট ড্য মঁতেগুৰ চেক্ৰেটৰী হিচাপে এটা কামত নিযুক্ত হয়। এই চাকৰিত তেওঁ সুদীৰ্ঘ ওঠৰ মাহ কাল কাম কৰি বহুতো অভিজ্ঞতা অৰ্জন কৰে। কাউণ্ট ড্য মʼতেগু আছিল এক নিৰ্দয় ব্যক্তি, কাৰো লগত সদ্ভাৱ ৰক্ষা কৰা এওঁৰ স্বভাৱ নাছিল। প্ৰথমৰে পৰা ৰুচোৰ কাম-কাজত এওঁ সন্দেহৰ চকুৰে চাইছিল আৰু অনৰ্থক তিৰস্কাৰ কৰি ৰুচোৰ প্ৰতি অসদ ব্যৱহাৰৰ মাত্ৰা বৃদ্ধি কৰিছিল। প্ৰকৃততে ৰুচো আছিল বুদ্ধিমান। নিজৰ কাৰ্য্যনিপুণতাৰে তেওঁ ৰাজকীয় কাম-কাজ সুচাৰুৰূপে আগবঢ়াই লৈ গৈছিল। কাউণ্টৰ ওলট-পালট কাণ্ডকাৰখানাত সকলো বিব্ৰত হৈছিল। অনেক নীতি লঙ্ঘন কৰি তেওঁ ৰাজকীয় পদমৰ্য্যাদা ক্ষুণ্ণ কৰিছিল। ৰুচোৱে এই অসঙ্গতিপূৰ্ণ কাৰ্য্যকলাপ ভাল নাপাইছিল আৰু মুক্তকণ্ঠে সেইবোৰত আপত্তি দৰ্শাইছিল। ফলত, কাউণ্টৰ ক্ষোভ দুগুণে বৃদ্ধি হৈ ৰুচোৰ বিৰুদ্ধে উচ্চ মহলত প্ৰতিক্ৰিয়াৰ সৃষ্টি হৈছিল। অৱশ্যে, সত্য কথা কবলৈ গʼলে, কাউণ্টৰ অশোভনীয় কাৰ্য্যকলাপৰ বিষয়ে ভেনিচীয় কৰ্তৃপক্ষৰ কোনো কথা অবিদিত নাছিল। কিন্তু এই বিষয়ত তেওঁলোকে সদায় মৌনতাকে অৱলম্বন কৰি চলিছিল। শাসনতন্ত্ৰৰ অৱনতিয়ে

সামাজিক চুক্তি কেনেকৈ ভঙ্গ কৰে, তাৰ এক উজ্জ্বল উদাহৰণ ৰাজদূত কাউণ্ট গু ম'তেগুৰ ক্ষতিকৰ কাৰ্য্যকলাপ বুলি কচোৱে আক্ষেপ কৰিছিল। জনসাধাৰণৰ সেৱাৰ বাবে ( le Service Public ), ৰাষ্ট্ৰ যিমানে সুব্যৱস্থিত হব, জনসাধাৰণৰ মনত সাধাৰণ কৰ্তব্যৰ দাবী ব্যক্তিগত কৰ্তব্যতকৈ অধিক প্ৰবল হব বুলি তেওঁ অভিমত দিছিল। আভিজাত্য শাসন ব্যৱস্থাৰ বিভ্ৰান্তি, অস্পষ্টতা আৰু অজ্ঞানতাৰ ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ ওপৰত কচোৱে মূল্যৱান প্ৰবন্ধ লিখি গৈছে।

কচোৱে কাউণ্ট গু ম'তেগুৰ অধীনত কৰা চাকৰি ইস্তফা দিলে। আকৌ তেওঁৰ মন অলসতাৰে ভৰি পৰিল। নিজৰ বাবে নহয়, সকলো লাঞ্ছিত, পদদলিত মানুহৰ ওপৰত চলোৱা অন্যায়-অত্যাচাৰৰ নিৰ্মম ঘটনাৰ কথা চিন্তা কৰি তেওঁ অৱশ হৈ পৰিছিল। অশান্তি মনৰ নিঃসীম যন্ত্ৰণাৰ পৰা কিছু পৰিমাণে হলেও পৰিত্ৰাণ পাবলৈ কচোৱে ভেনিচৰ এক বাৰবণিতাৰ আশ্ৰয় ললে। টলষ্টয়ে প্ৰথম যৌৱনত ৰমণীৰ মাজতে পৰম ৰমণীয় আস্বাদ পাইছিল। ( To amuse yourself with a pretty girl is not a sin. It is only a sign of good health ) কচোৰ জীৱনত দেহকামনাৰ উত্তেজনাই অনেক নাৰীক বিব্ৰত কৰিছিল, পুলকৰ আতিশয্যত অঙ্কশায়িনী পীড়িত হৈছিল। বাৰবণিতা হ'লেও গুলিয়েত্তা আছিল এজনী স্নেহময়ী নাৰী। কচোৰ চৰিত্ৰত তেওঁ এক মহাজীৱনৰ ছবি দেখিছিল। অসহায় চকু দুটিলৈ চাই তেওঁ কচোৰ সৃষ্টিসুলভ ৰূপ উপভোগ কৰিছিল। গুলিয়েত্তাই কচোক সুনিশ্চিত অধঃপতনৰ পৰা ৰক্ষা ক'ৰ খ্যাতি অৰ্জনৰ পথত আগবঢ়াই দিছিল। এই সময়ত কচোৰ বয়স প্ৰায় তেত্ৰিশ। বিবেকতকৈ প্ৰাকৃতিক তাড়নাত কচোৰ ব্যক্তিগত জীৱনে নাৰীৰ সঙ্গলাভ কামনা কৰিছিল, অনেক সুন্দৰী ৰমণীৰ প্ৰণয়-বিমুগ্ধ আলিঙ্গনত কচো বিভোৰ হৈছিল, অনেক অভিজাত বংশৰ ৰমণীয়ে তেওঁৰ প্ৰেমত বাণবিদ্ধ হৈ হৃদয় উল্লাসেৰে

পৰিতৃপ্তিৰ নিশ্বাস পেলাইছিল। এই অভিযানত যদিও মাদকতা আছিল, ইয়াৰ মাজত জীৱনসঙ্গিনী লাভৰ বাসনাই কোনোদিনে কচোৰ অন্তৰত স্থান পোৱা নাছিল। যৌৱন কালৰ সকলো আকাঙ্ক্ষা একত্রে প্রতিষ্ঠা কৰিবলৈ কচোৰ প্রয়োজন হ'ল এক ৰমণীৰ, যাক তেওঁ জীৱন-সঙ্গিনীৰূপে গ্ৰহণ কৰিব পাৰে। কচোৱে এই অমূল্য-ৰত্ন আবিষ্কাৰ কৰিলে। নাম 'তেৰাজ ল্য ভাসোৰ'। অপৰূপা নহলেও তেৰাজ আছিল ভদ্র, স্বাস্থ্যৱতী, তেজাল গাভৰু, এক হোটেলৰ সামান্য পৰিচাৰিকা। হোটেলৰ মানুহবোৰে তেৰাজৰ লগত চুপতি মাৰিছিল, অনেকে বেয়া কথা-বতৰাৰে তাইক বিব্ৰত কৰি তুলিছিল। কচোৱে এই হোটেলৰ পৰাই তেৰাজক বুটলি আনি লগত ৰাখি মানবীয় সন্মান আগ বঢ়াইছিল। তেৰাজ আছিল সাধাৰণ গাৱঁলীয়া ছোৱালী। শিক্ষাৰ মুখ দেখা তাইৰ ভাগ্যত নঘটিল। আনকি, ঘড়ীত কেইটা বাজিছে, আজি কি বাৰ, এইবোৰ প্রশ্নৰ উত্তৰ দিয়া সাহস নাছিল তেৰাজৰ। সেইবাবে, কচোক তেওঁৰ বন্ধুসকলে ঠাট্টা-মস্কৰা কৰি আমোদ পাইছিল। কিন্তু তেৰাজৰ ৰুচিবোধ আছিল অদ্ভুত। ভদ্র সমাজত তেৰাজৰ কথা-বতৰাত সুন্দৰ ভাৱভঙ্গী প্রকাশ পাইছিল। শিক্ষাদানৰ যথাযোগ্য ব্যৱস্থা কৰি তেওঁৰ মানসিক দৃষ্টি উন্নত কৰাৰ লগতে তেৰাজৰ প্ৰাকৃতিক গুণবাজিও অক্ষুণ্ণ ৰাখিবলৈ কচোৱে চেষ্টা কৰিছিল।

তেৰাজক লগত ৰাখি কচোৱে সংযত জীৱন যাপন কৰিছিল আৰু একাগ্রমনে সঙ্গীতমুখৰ নাট্যকাহিনী ৰচনা কৰিছিল। কচোৰ নিৰাশাৰ অন্ধকাৰত তেৰাজে অফুৰন্ত আশ্বাসৰ পোহৰ বিলাইছিল, যি পোহৰত কচোৱে সাহিত্য সাধনা কৰিবলৈ অসাধাৰণ শক্তি পাইছিল। কিন্তু, তেৰাজক সামাজিক প্ৰথা অনুযায়ী কচোৱে বিয়া কৰোৱা নাছিল। দুয়োৰো সহমিলনৰ পৰিণাম স্বৰূপে এটা এটাকৈ পাঁচোটা সন্তানে জন্ম গ্ৰহণ কৰিছিল। কচোৱে আটাইকেইটা সন্তানকে পৰিত্যক্ত শিশু সদনত জমা দি আহিছিল। তেৰাজৰ

সকলো বাধা-নিষেধ, অনুনয়-বিনয় আওকাণ কৰি কচোৱে নিজ সন্তানক এনেদৰে পৰিত্যাগ কৰা কাহিনী অত্যন্ত মৰ্মান্তিক, দাৰুণ পৰিহাস। এই বিষয়ত কচোৰ প্ৰত্যুত্তৰ হৈছে,—"মই অনেক ভাবি-চিন্তিয়েই আমাৰ দুয়োৰে সন্তান কেইটি ৰাজ্য ব্যৱস্থাৰ হাতত সোধাই দিছোঁ। মোৰ ক্ষমতা নাই সিহঁতক লালন-পালন কৰি ডাঙৰ-দীঘল কৰিবলৈ, ক্ষমতা নাই ভাল শিক্ষা দান কৰি সভ্য সমাজত প্ৰতিষ্ঠা কৰিবলৈ। ন্যায়সঙ্গতভাৱে সিহঁতৰ পিতৃ বুলি পৰিচয় দিবলৈ মোৰ যোগ্যতা ক'ত? মই যি দুৰ্গম বাটেৰে আহিছোঁ, সেই পথেদি সিহঁতক মই আগবঢ়াই দিওঁ কেনেকৈ? সন্তান কেইটাৰ জীৱনত জীৱন যোগ দিব নোৱাৰিলে, জ্ঞান অৰ্জনৰ সজ ব্যৱস্থা কৰিব নোৱাৰিলে, সিহঁতৰ প্ৰাণত সৃষ্টিৰ উত্তম প্ৰবাহিত কৰিব নোৱাৰিলে জীৱনব্যাপি সিহঁতে আমাক অভিশাপ দিব। অন্নহাৰা, বস্ত্ৰহাৰা, শিক্ষাহাৰা এই সন্তানৰ অভিশাপে আমাক দগ্ধ কৰিব। এই অভিশাপ বহন কৰি মানুহৰ ঘৃণা-ককৰ্থনাৰ পাত্ৰ হোৱাতকৈ জগতে হৃদয়হীনতাৰ অপবাদ মূৰপাতি লোৱাতকৈ, সিহঁতৰ ভৱিষ্যতৰ মঙ্গলৰ বাবেই এই নিৰ্দয় কাম কৰিবলৈ মই বাধ্য হৈছোঁ। অযোগ্য পিতৃত্বৰ দাবী কৰাতকৈ এই ব্যৱস্থা সজ বুলি মই উপলব্ধি কৰিছোঁ। মোৰ ভুল হব পাৰে, কিন্তু ভুল হলেও মোৰ আন উপায় নাই। দুৰ্বল মুহূৰ্তত মাজে মাজে মোৰ বুকু কঁপি উঠে,...মই অধিৰ হৈ পৰোঁ। কিন্তু পিচ মুহূৰ্ততে ভগবানক মই ধন্যবাদ দিওঁ, মোৰ ব্যৱস্থাত হয়তো সন্তান কেইটাই শান্তি পাব, ৰাজ্যৰ দ্বাৰা পৰিচালিত 'পৰিত্যক্ত শিশু সদন'ত সিহঁতে হয়তো নিয়তিৰ অভিশাপ খণ্ডন কৰি আশীৰ্বাদৰ জয় তিলক পিন্ধিবলৈ সুবিধা পাব।" কচোৰ এই স্বীকাৰোক্তিত তেওঁৰ উদ্‌ভ্ৰান্ত জীৱনৰ মানসিক পীড়া ফুটি ওলাইছে।

১৭৪৯ চনত অকাডেমি ড দিজঁৰ জৰিয়তে বিজ্ঞান আৰু কলাৰ উন্নতিৰ ফলত মানৱ চৰিত্ৰৰ যি উৎকৰ্ষ বা অপকৰ্ষ ঘটিছে সেই বিষয়ে এক গধুৰ আলোচনাৰ পাতনি মেলিবৰ উদ্দেশ্যে এখন প্ৰতিযোগিতা

পতা হৈছিল। এই প্ৰতিযোগিতাত যোগদান দিবৰ বাবে বন্ধুমহলে ৰুচোক জোৰ কৰিছিল। তেওঁৰ প্ৰবন্ধই প্ৰতিযোগিতাত প্ৰথম হৈ পুৰস্কাৰ লাভৰ সৌভাগ্য অৰ্জন কৰিলে। কিতাপৰ আকাৰত প্ৰৱন্ধটো প্ৰকাশ পোৱাৰ লগে লগে চাৰিওফালে হৈ-চৈ লাগি পৰিল। আদি সমাজ-ব্যৱস্থাৰ ক্ৰমোন্নতিৰ লগত বৰ্তমান সমাজ ব্যৱস্থাৰ যি পাৰ্থক্য, সেই সম্পৰ্কে এই প্ৰবন্ধত পাণ্ডিত্যপূৰ্ণ আলোচনা কৰি ৰুচোৱে এক মৌলিক সমস্যা দাঙি ধৰিছিল। সাহিত্য জগতত ৰুচোৰ আৱিৰ্ভাৱে এক নতুন আলোড়নৰ সূচনা কৰিলে। খ্যাতি, যশস্যা আৰু অভিনন্দনৰ গধুৰ বোজাত তেওঁ ব্যতিব্যস্ত হৈ পৰিল। দীৰ্ঘকাল বহন কৰি অহা অসলগ্ন জীৱনত তেওঁ গভীৰতা বোধ কৰিলে। নিজৰ সত্তা সম্বন্ধে সচেতন নহলে, গভীৰতাৰ অভিজ্ঞতা লাভ সম্ভৱ নহয়। ৰুচোৱে এক নতুন জীৱনৰ পাতনি মেলি সহজ সাধাৰণ জীৱনযাপন কৰাৰ সংকল্প গ্ৰহণ কৰিলে, তেওঁৰ মনলৈ আহিল স্বাধীনতাৰ মূল্যবোধ। ব্যক্তিগত বৈচিত্ৰ, কৰ্ম আৰু চিন্তাৰ স্বাধীনতাৰ হকে তেওঁ সংগ্ৰাম আৰম্ভ কৰিলে। এই অনুভূতিৰ ফলস্বৰূপে ৰুচোৱে ৰাজকীয় সন্মান, সামাজিক অভ্যৰ্থনা সকলো ত্যাগ কৰিলে। ইতিমধ্যে ৰুচোৰ নাটকে পেৰিচ চহৰ মুখৰিত কৰি তুলিছিল। চাৰিওফালৰ পৰা তেওঁলৈ প্ৰশংসাৰ বাণী আহিছিল, অনেকে ব্যক্তিগতভাৱে আহি তেওঁক সাফল্যৰ অভিনন্দন জনাইছিল। ৰুচোৰ মুক্তমনে কিন্তু এইবোৰত সমূলি ভাল পোৱা নাছিল। জয়ৰ উল্লাসত তেওঁ ম্ৰিয়মান হৈছিল আৰু সকলো নিমন্ত্ৰণ প্ৰত্যাখ্যান কৰি নিৰ্বাক, নিস্তব্ধ, নিঠৰুৱা জীৱন অতিবাহিত কৰিবলৈ অন্ধকাৰৰ আশ্ৰয় লৈছিল।

১৭৫৩ চনত ৰুচোৰ 'Le Discours Sur Lincgalite' প্ৰকাশ পায় আৰু খ্যাতি বৃদ্ধি হয়। সমগ্ৰ পেৰিচ চহৰত ৰুচোৰ জনপ্ৰিয়তা বৃদ্ধি কৰাত এই গ্ৰন্থখনিৰ বৰঙনি আছিল উল্লেখযোগ্য। এনে সৌভাগ্য অতি কম মানুহৰ জীৱনত আহে যদিও ৰুচোৱে এই

প্ৰশংসাক স্বাভাৱিকভাৱে গ্ৰহণ কৰি যশ আৰু খ্যাতিক দুষ্ট কাৰ্য্যৰ অশোভনীয় অন্তৰায় বুলি বিবেচনা কৰিছিল। ৰুচোৰ শান্তি ভঙ্গ হৈছিল, স্তুতিবাদত তেওঁৰ মন-প্ৰাণ অস্থিৰ হৈছিল। পৰিত্ৰাণৰ উপায় নাপায় তেৰাজক লৈ ৰুচোৱে জেনেভালৈ আহে। উদ্দেশ্য, তেওঁৰ চিৰনমস্য, চিৰস্মৰণীয় মাদাদ-দ্য-ওৱাৰাক এবাৰ চাই যোৱা। মাদামৰ কি পৰিবৰ্ত্তন! দাৰুণ অভাৱত পৰি তেওঁ ক্ষত-বিক্ষত হৈ দুঃখময় জীৱনধাৰণ কৰিছে মাত্ৰ। সকলো সম্পত্তি হেৰুৱাই এক নিৰ্জন জুপুৰীঘৰত বহি মৃত্যুৰ দিন গণিছে। এই মাদামৰ এদিন কি নাছিল! ৰূপ, যৌৱন, শক্তি-সামৰ্থ, প্ৰতিপত্তি সকলোৰে তেওঁ আছিল অধিষ্ঠাত্ৰী দেৱী। কিন্তু বিধিৰ কি নিদাৰুণ লিখন। দাৰিদ্ৰ্যতাৰ গভীৰ তলিত তেওঁ জঁাপ দি অন্তিম মুহূৰ্ত্তৰ বাবে মাত্ৰ অপেক্ষা কৰি আছে। মাদামৰ সকলো নিঃশেষ কৰি চাটুকাৰ দল কেতিয়াবাই আঁতৰি গৈছে। তেৰাজক মাদামে এই প্ৰথম দেখিছে·· হাতত মাদামৰ শেষ সম্বল সৰু এটা আঙঠি। সেইটো আঙুলিৰ পৰা খুলি মাদামে তেৰাজৰ হাতত পিন্ধাই দিলে। ৰুচোৱে সেই আগৰ সৰু ল'ৰাটোৰ দৰে চঞ্চল হৈ মাদামক সাবটি ধৰি কান্দি পেলালে···কি করুণ দৃশ্য! —কিন্তু, মাদামক তেৰাজে আঙঠিটো আকৌ ওভোটাই দিলে······পৃথিবীখন যেন কান্দোনৰ ধ্বনিৰে উটি গ'ল···মানুহৰ চৰিত্ৰ কিমান বিচিত্ৰ! জয়-পৰাজয়, ঐশ্বৰ্য্য-বিভূতিৰ বা মূল্য ক'ত? জীৱনৰ শেষ বিচাৰত এইবোৰ হৈ পৰে প্ৰহসন মাত্ৰ।

মাদামৰ দুখ লাঘৱ কৰিবলৈ ৰুচোৱে আপ্ৰাণ চেষ্টা কৰিছিল, নিয়মিতভাৱে টকা পঠাই খোৱা-বোৱাৰ ব্যৱস্থা দিছিল।

স্বৰ্গৰাজ্য পেৰিচ চহৰত থাকি ৰুচোৱে সমূলি ভাল নেপাইছিল। ইয়াৰ চলন-ফুৰণ, আদব-কায়দা একোতে তেওঁ মন বহুৱাব নোৱাৰিছিল। "সভ্যতাৰ কৃত্ৰিমতাই যেন পেৰিচ চহৰখন গ্ৰাস কৰি আনিছে। বিকাৰগ্ৰস্ত আভিজাত্যৰ গৰ্ব আৰু যুক্তিৰ অন্ধ-

প্ৰত্যয়ত কচোৱে যেন নিজৰ সত্তা হেৰুৱাই পেলাব খুজছে। খাল-বিল ভৰা প্ৰাকৃতিক সৌন্দৰ্য্যত ডাঙৰ-দীঘল হোৱা কচোৱে বিভ্ৰান্ত সমাজৰ বুকুৰ পৰা পৰিত্ৰাণ পাবলৈ ব্যাকুল হৈ পৰিল। পেৰিচৰ সামাজিক জীৱন তেওঁৰ বাবে প্ৰীতিকৰ নোহোৱাত বন্ধ পাৰিপাৰ্শ্বিকতাৰ পৰা ওলাই যাবলৈ তেওঁ স্থিৰ কৰিলে। এই সময়তে মাদাম দে'পিনে নামৰ এগৰাকী আঢ্যৱন্ত, ৰসিক মহিলাৰ লগত কচোৰ চিনাকি হয়। এই চিনাকি লাহে লাহে অন্তৰঙ্গ হৈ পৰাত মাদামে কচোক মৰ্মঁৰাছিৰ বাগানবাৰীলৈ লৈ যায়। মৰ্মঁৰাছি এখন সৰু ঠাই। চাৰিওফালে জঙ্গলেৰে আবৃত সেউজীয়া পাহাৰৰ শাৰী, শাৰী, ছবিৰ দৰে মনোৰম। কাষেদি এখনি সৰু নদী, ডাঙৰ-সৰু, ক'লা-বগা পাথৰেৰে নদীৰ বুকু উজ্জ্বল হৈ আছে। ওখ পাহাৰৰ নামনিত এই সৰু ঠাইখন সপোনৰ দৰে লাগে। কাষেদি ক্ৰমাগত ওপৰলৈ উঠি গৈছে পাহাৰী আলিবাটতো, যেন আকাশৰ ফালেহে ই গতি কৰিছে! এই আলিবাটৰ পৰা অইন এটা সৰু আলি ফাটি গৈছে তলৰ সমতল অঞ্চললৈ। ইয়াৰে এটা সৰু টিলাৰ ওপৰত মাদাম দে'পিনেৰ চকুতলগা বাসভৱন। চাৰিওফালে মেঁামছা গছেৰে ভৰা, মাজত বিৰাট ফল-ফুলৰ বাগিছা। কচোৰ এই শান্ত পৰিবেশ বৰ ভাল লাগিছিল, ইয়াৰ প্ৰাকৃতিক শোভাই তেওঁক মুগ্ধ কৰি তুলিছিল। অনেক অৰ্থ ব্যয় কৰি মাদামে এই বাসভৱন নিৰ্মাণ কৰিছিল আৰু শীতৰ সেণ্ডেটা দিন কেইটাৰ বাহিৰে বাকী সময় তেওঁ ইয়াতে অতিবাহিত কৰিছিল। মাদামৰ একোৰে অভাৱ নাছিল। বন্ধু-বান্ধৱে তেওঁক লগ পাবলৈ এই নিৰ্জন বনলৈ চহৰৰ পৰা বাটকুৰি বাই আহিছিল আৰু মাদামৰ আতিথ্য পৰম আগ্ৰহেৰে গ্ৰহণ কৰি তেওঁলোক নিজেই ধন্য হৈছিল। মাদামৰ বাসভৱনৰ এশ ডেৰশ গজ দূৰত এটা সৰু ঘৰ, বেছ পৰিপাটি চোতালত মেঁামছা ফুল পৰি থাকে ইফালে সিফালে, ইয়াৰ সুবাসত গা-মন জুৰ পৰি যায়। ইয়াৰ পৰা পূবলৈ চাই পঠিয়ালে পাহাৰৰ নামনিৰ ঘন সেউজীয়া

উপত্যকা। বতাহত ভাহি-ভাহি আহে চৰাই-চিৰিকতিৰ বিভিন্ন কলৰব, গোটেই অঞ্চলটোত পুৱাৰ মিঠা মিঠা ৰ'দালিয়ে মন-প্ৰাণ নিমিষতে হৰণ কৰে। ইয়াত যেন চাৰিওকালে প্ৰকৃতিৰ লীলাখেলা। এই সুন্দৰ বন-বিহঙ্গৰ ভিতৰত কৃত্ৰিমতাৰ হাত নাই। "মানুহৰ হাত য'তে পৰিছে ত'তে জন্ম হৈছে কুৎসিত কদৰ্য্যতাৰ।" ৰুচোৱে এনেকুৱা ঠাইকে বিচাৰিছিল, চাৰিওফালে পুষ্পশোভিত গছ-গছনি, ভোমোৰাৰ মৃদু গুঞ্জন, উচ্চবৃক্ষৰ ডালত কোকিলৰ কুহৰণ। ৰুচোৰ বিমৰ্ষ মনে ইয়াত বসন্তৰ অফুৰন্ত প্ৰেৰণা পালে। মহা আনন্দেৰে তেওঁ এই নিৰ্জন ঘৰত থাকিবলৈ মান্তি হ'ল আৰু নতুন উদ্যমেৰে সাহিত্য সাধনাত মনোনিবেশ কৰিলে। মাজে মাজে মাদাম দে'পিনৰ আদৰ অভ্যৰ্থনাত, আলাপ-আমোদত ৰুচোৰ শান্তিত ব্যাঘাত জন্মিলেও তেওঁ অনেক তৃপ্তিৰেই সাহিত্যচৰ্চা কৰি ধ্যানস্থ হৈ পৰিল। লগত তেৰাজা আৰু তেৰাজাৰ মাক মাদাম ল'ভাচোৰ।

সুন্দৰ পৃথিবীত কিয় অসুন্দৰৰ আবিৰ্ভাবে যুগে যুগে অশুভৰ সূচনা কৰে, সেই প্ৰশ্নৰ উত্তৰ ৰুচোৰ আত্মস্বীকাৰত বিচাৰি পাব পাৰি। উদ্দামমুখৰ পৰিবেশক ছিন্ন ভিন্ন কৰি শান্ত পৃথিবীক অশান্ত কৰিবলৈ যিগৰাকী নাৰীয়ে এইবাৰ বিচিত্ৰবেশে মৃদু হাঁহি মাৰি তেওঁৰ যৌৱন দুৱাৰত আহি থিয় দিলেহি, তেওঁ আছিল মাদাম দে'পিনৰ মাহীমাকৰ ছোৱালী, ভনীয়েক মাদাম দে'উদতো। কামনাৰ তীক্ষ্ণবাণেৰে এওঁ ধ্যানস্থ ৰুচোৰ তপস্যা ভঙ্গ কৰিলে। তেতিয়া ৰুচোৰ বয়স ৪৫ বছৰ। এই বয়সত প্ৰেমত উত্তেজিত হোৱা কথা নহয়। কিন্তু ৰুচোৰ যৌন আকৰ্ষণতে প্ৰেমৰ সৃষ্টি আৰু স্থিতি নিশ্চিত হৈছিল, ৰুচোৰ লগত এই ৰমণীৰ ক্ৰিয়া-কলাপে অনুভূতিৰ দুৰ্দমনীয় বীজ ৰোপণ কৰিছিল।

মাদাম দে'উদতো আছিল বিবাহিতা। স্বামী আছিল অজস্ৰ ধন-সম্পত্তিৰ গৰাকী। কিন্তু অতিৰিক্ত মদপান, জুৱা, সজ্জাবিলাস সকলো একত্ৰে মিলি তেওঁৰ স্বভাৱৰ অৱনতি ঘটিছিল। সাংসাৰিক

জীৱনত অকণো সুখ, শান্তি উপভোগ কৰিব নোৱাৰি এই ভদ্ৰমহিলা আঁতৰি আহিছিল আৰু ৰুচোৰ এক বিশিষ্ট বন্ধু, ম'সিয়ে দ'লাম্‌বাৰ্টৰ প্ৰেয়সীৰূপে নতুন সংসাৰৰ দৃশ্যপট অঙ্কণ কৰিছিল। ৰুচোৰ নিৰ্জন বাসভৱনৰ পৰা প্ৰায় তিনি মাইল নিলগত থকা এটা ঘৰত থাকিবৰ বাবে মাদাম দে'উদতো মৰ্মাঁছিলৈ আহিছিল আৰু ৰুচোৰ লগত প্ৰায়ে দেখা-সাক্ষাৎ কৰিছিল। ৰুচোৱে সেই সময়ত লিখিবলৈ আৰম্ভ কৰিছিল এখন উপন্যাস, নাম "জুলি"। ( Julie, on la nouvelle Hiloise. 1756-1760 ) খ্যাতি আৰু যশস্যাৰ উদ্দাম প্ৰেৰণাত তেওঁ আৰম্ভ কৰিছিল এই গ্ৰন্থ। মাদাম দে'উদতোৰ আবিৰ্ভাৱে 'জুলি'ৰ ৰূপদানত সহায় কৰিছিল আৰু দেহৰ ক্ষুধা, অন্তৰৰ অনুৰাগ পৰিতৃপ্ত কৰিবলৈ তেওঁ ৰুচোৰ প্ৰণয়িনী হৈ পৰিছিল। ইফালে ৰুচো আৰু মাদাম দে'উদতোৰ প্ৰণয় অভিযানৰ কাণ্ড-কাৰখানাত মাদাম দে'পিন সমূলি সন্তুষ্ট হব পৰা নাছিল। বন্ধু-বান্ধৱীয়ে এই বিৰক্তিৰ পৰিবেশ বন্ধ কৰিবলৈ তেওঁক উপদেশ দিছিল। তেওঁৰে আশ্ৰিত, ৰুচোৰ লগত নিজৰ ভনীয়েকৰ অসঙ্গতি-পূৰ্ণ আচৰণে মাদামৰ পাৰিবাৰিক আৰু সামাজিক জীৱন কলঙ্কিত কৰিব বুলি তেওঁলোকে শঙ্কা কৰিছিল। ৰুচোৰ দৰে উচ্ছৃঙ্খল মানুহ এটাক এনেদৰে প্ৰশ্ৰয় দিয়াটো সমূলি উচিত হোৱা নাই বুলি তেওঁলোকৰ ধাৰণা হৈছিল। মাদামে নিজ চকুৰেই ৰুচোৰ প্ৰেমাভিনয় দেখিছে, ভনীয়েকৰ লগত এই সম্বন্ধ অত্যন্ত জঘন্য আৰু অপমানজনক। ৰুচোৰ কাৰ্য্য-কলাপত মাদামে অস্বস্তি বোধ কৰিলে। ইফালে, ৰুচোৰ এসময়ৰ বন্ধু গ্ৰীম নামৰ এজন জাৰ্মান লোকে মাদামক ৰুচোৰ বিৰুদ্ধে কথা লগাই দিনে-ৰাতিয়ে জ্বলা-কলা কৰিছিল। ৰুচোৰ অন্তৰঙ্গ এক ৰমণীৰ লগত জড়িত হৈ গ্ৰীম হতাশ হৈছিল আৰু ৰুচোৰ দ্বাৰা অপমানিত হৈ প্ৰধান শত্ৰু ৰূপে থিয় দিছিল। ৰুচোৰ লগত মাদাম দে'উদতোৰ প্ৰণয়লীলাৰ বাতৰি পাই তেওঁ পেৰিচৰ পৰা মৰ্মাঁছিলৈ চাপলি মেলিছিল আৰু

প্ৰতিহিংসা পূৰণ কৰিবৰ বাবে মাদাম দে'পিনেৰ অনুগ্ৰহৰ প্ৰাৰ্থীৰূপে দিন যাপন কৰিছিল। গ্ৰীমৰ চক্ৰান্তত কচো আৰু মাদাম দে'উদতোৰ প্ৰণয়মধুৰ সম্পৰ্কত বিপৰ্য্যয়ে দেখা দিলে। বেনামী চিঠিৰ অজস্ৰ সোঁতে এফালে তেৰাজ, তেৰাজৰ মাক আনফালে মঁসিয়ে দ'লাম্‌বাৰ্টৰ মন সন্দেহৰে ঘনীভূত কৰি তুলিলে। বিকৃত চিঠিৰ সাৰগৰ্ভ হৃদয়ঙ্গম কৰি তেওঁলোকে অস্বস্তিবোধ কৰি কচোৰ পৰা কৈফিয়ৎ বিচাৰিলে।

হতাশা, ধিক্কাৰ আৰু বিপৰ্য্যয়ত কচোৰ জীৱন অতিষ্ঠ হৈ উঠিল। তেওঁ চিঠি লিখিলে মাদাম দে'উদতোৰ প্ৰেমিক মঁসিয়ে দ'লাম্‌বাৰ্টলৈ। "মাদাম সম্পূৰ্ণ নিৰ্দোষী, তেওঁৰ মনত ক'তো পাপ নাই, সকলো দোষ কচোৰ।"

ত্যক্ত হৈ কচোৱে মৰ্মাছিৰ পৰা ম'ণ্টলুই নামৰ এখন ঠাইলৈ গুচি আহে। লগত মাত্ৰ তেৰাজ। ভগ্ন স্বাস্থ্য, পৰাজয়ৰ অভিশাপ বহন কৰি তেওঁ এই ঠাইলৈ আহিছিল সকলো দুৰ্ভাৱনা আঁতৰ কৰিবলৈ। মানুহৰ হীন মনোবৃত্তিত তেওঁৰ মন বিদ্ৰোহী হৈ উঠিছিল। কচোৰ বাবে প্ৰকৃততে প্ৰেম আছিল প্ৰেৰণাময়ী ঐশ্বৰিক শক্তি। সমগ্ৰ মানৱ জীৱন প্ৰেমৰ দ্বাৰা নিয়ন্ত্ৰিত হয় বুলি তেওঁ গভীৰ বিশ্বাস কৰিছিল। তেওঁ কৈছিল,—"ইয়াত কোনো সম্ভ্ৰম-সঙ্গতিৰ প্ৰশ্ন নাই। প্ৰেম ৰামধেনুৰ দৰে উজ্জ্বল, অফুৰন্ত আৰু বিস্ময়কৰ!"

মানুহৰ জীৱনৰ আমূল ৰূপান্তৰৰ বোধকৰোঁ এটা প্ৰশস্ত দিশ আছে। সেই দিশত উপনীত হব পাৰিলে সৃষ্টিৰ আনন্দই মানুহৰ চিত্তক উদ্ভাসিত কৰি জীৱন ৰহস্যৰ দুৰ্ভেদ্য পথত আগবঢ়াই লৈ যায়। কচোৰ জীৱনতো এই আমূল ৰূপান্তৰ ঘটিছিল লুক্সেমবুৰ্গৰ এক প্ৰাণোজ্জ্বল পৰিয়ালৰ লগত ঘটা নিতান্ত সাধাৰণ পৰিচয়ত। লুক্সেমবুৰ্গৰ ডিউক আৰু ডাচেছ্‌ৰ লগত ঘটা সৌহাৰ্দ্যপূৰ্ণ বন্ধুত্বত কচো বহু পৰিমাণে উপকৃত হৈছিল। এওঁলোকৰ অনুপ্ৰেৰণাতে

তেওঁ "জুলি" সম্পূৰ্ণ কৰে ১৭৬০ চনত। দুই প্ৰেমিকৰ চিঠি-পত্ৰৰ আকাৰে ৰচিত এই গ্ৰন্থ এখন মনোৰম উপন্যাস। এই উপন্যাসে কচোক "ফাদাৰ অব ৰোমান্টিচিজিম" বুলি ইউৰোপত স্বীকৃতি দিলে। এই সময়খিনি কচোৰ সাহিত্য সাধনাৰ উল্লেখযোগ্য অধ্যায়। ইয়াতে তেওঁৰ ১৭৬২ চনত সামাজিক চুক্তি ( Contract Social ) আৰু এমিল ( Emile ) প্ৰকাশ পায়। সামাজিক চুক্তি গ্ৰন্থখন সমাজ শাসন সম্পৰ্কীয় এখন মূল্যবান পুথি। ইয়াত সৰ্বসাধাৰণৰ ভোট প্ৰদানৰ অধিকাৰ আৰু সাধাৰণ-তন্ত্ৰৰ নীতি ব্যাখ্যা কৰা হৈছে। ফৰাচী বিপ্লৱত এই গ্ৰন্থই উল্লেখযোগ্য বৰঙনি আগবঢ়াই, ইয়াৰ মূলমন্ত্ৰ Liberty, Euality আৰু Fraternity-ৰ ধাৰণা উদ্ভাৱিত কৰিছিল। এইখিনিতে উল্লেখ কৰিব পাৰি যে ইউৰোপত বাগৰি যোৱা ১৮ শতিকাটোক অনেক সমালোচকে বিশ্বাস, আশা আৰু উপলব্ধিৰ যুগ বুলি কয়। এই শতিকাতে মানৱীয় বোধত অনুপ্ৰাণিত হৈ বিভিন্ন সংস্কাৰৰ প্ৰতি মানুহৰ মন সচেতন হৈ পৰিছিল। অনেক সমাজ হিতকৰ কাৰ্য্যৰ প্ৰতি মানুহ আকৃষ্ট হৈছিল আৰু জ্ঞান-বিজ্ঞানৰ যোগে সমাজ আৰু শিক্ষা ব্যৱস্থাৰ আশু পৰিবৰ্তনৰ বাবে চিন্তা কৰিছিল। দাসত্বৰ অৱসান, জেলসমূহৰ সংস্কাৰ, দুখী-দৰিদ্ৰৰ অভাৱ দূৰীকৰণ, অসহায়, অক্ষম লোকসকলৰ প্ৰতি মানবিক দৃষ্টি-ভঙ্গী, ল'ৰা-ছোৱালীৰ প্ৰতি নতুন আৰু উপযুক্ত শিক্ষা-ব্যৱস্থা প্ৰভৃতি অনেক জনহিতকৰ সামাজিক উন্নয়নৰ কামে বিশেষ মনোযোগ দাবী কৰিছিল। আনহাতে, ৰাজনৈতিক ক্ষেত্ৰত আমেৰিকা আৰু ফ্ৰান্সত গণতান্ত্ৰিক আন্দোলনে মূৰ দাঙি উঠিছিল। স্বাধীন জাতিৰ অভ্যুত্থানে সাম্ৰাজ্যবাদৰ অৱসান ঘটাবলৈ জাতীয়তা-বাদৰ সৃষ্টি কৰিছিল। সাহিত্য, শিল্পকলা বিষয়তো পুৰণি ৰীতি-নীতি সলনি হৈ নৱন্যাসে স্থান পাইছিল, ধৰ্মীয় আচাৰ নীতিত বৈজ্ঞানিক ভাবধাৰাই প্ৰভাৱ বিস্তাৰ কৰিবলৈ উদগণি পাইছিল। এই সকলোবোৰৰ মূলতে আছিল শিক্ষা।

পঢ়াশালিসমূহত ইমান দিনে প্ৰচলিত থকা নিয়মানুবৰ্তিতাৰ কটকটীয়া শাসনত, শিক্ষা প্ৰণালীৰ দোষযুক্ত পাঠ্যক্ৰমত দেশৰ ভৱিষ্যত নাগৰিকসকলৰ জীৱন অতিষ্ঠ হৈ উঠিছিল। শিক্ষাবিদসকলে সেইবাবে নতুন দৃষ্টিভঙ্গী গ্ৰহণ কৰি নতুন নতুন পাঠ্যক্ৰমৰ উদ্ভাৱন কৰিব লগাত পৰিছিল। শাৰীৰিক উন্নতিৰ হকে শাৰীৰিক জ্ঞান-বিজ্ঞান আৰু প্ৰাকৃতিক বিষয়সমূহৰ বিষয়ে জানিবলৈ নতুন পদ্ধতিৰ প্ৰয়োজন হৈছিল। শিল্প-বিপ্লৱৰ বহুত আগেয়ে কচোৱে নতুন শিক্ষা নীতিৰ ইঙ্গিত দি শিশুমনৰ স্বাভাৱিক আৰু সুশৃঙ্খল প্ৰকাশত সুযোগ দিবলৈ আহ্বান জনাইছিল। কচোৱে এই প্ৰসঙ্গত কৈছিল, "শিশুক বস্তুৰ সৈতে যোগ-সংযোগ কৰি শিকিবলৈ দিয়া।" কচোৱে ভাবিছিল যে শিশুৱে যত্ন আৰু ভুল-ভ্ৰান্তিৰ মাজেদি যিমান কথা শিকিব পাৰে, ফৰমুলা আওঁৰাই সিমান শিকিব নোৱাৰে। কচোৰ এই ধাৰণা অত্যন্ত অৰ্থপূৰ্ণ বুলি পৰৱৰ্তী যুগৰ শিক্ষাবিদ-সকলে মত প্ৰকাশ কৰিছে। কিয়নো, এই ধৰণৰ প্ৰয়োগমূলক শিক্ষাই কৰ্মপটুতা বৃদ্ধি কৰে আৰু জ্ঞান অৰ্জনত সহায় কৰে। ঘৰুৱা শিক্ষকতা কৰোঁতে কচোৱে ১৭৪০ চনত তেওঁৰ প্ৰথম কিতাপ লিখে। এইখনৰ নাম আছিল, "Project for the education of M. de. Sainte Marie." ইয়াত শিক্ষাৰ মূল উদ্দেশ্য কি, আলোচনা কৰা হৈছিল। কচোৱে কৈছিল, "শিক্ষাৰ উদ্দেশ্য ছাত্ৰৰ অন্তৰ, বিচাৰ-বুদ্ধি, ধ্যান-ধাৰণা আৰু মানসিক বিকাশত সহায় কৰা।" কচোৰ শিক্ষকতাৰ অভিজ্ঞতাই তেওঁক এজন প্ৰখ্যাত শিক্ষাবিদ স্বৰূপে দাঙি ধৰিলে। 'এমিল' গ্ৰন্থ তেওঁৰ বৃহৎ চিন্তাশক্তিৰ এক উজ্জ্বল দৃষ্টান্ত। শিক্ষাৰ ক্ষেত্ৰত এই গ্ৰন্থই আজিও শ্ৰেষ্ঠ সাফল্য লাভ কৰি আছিছে। প্ৰকৃতি, মানুহ আৰু বস্তুৰ প্ৰত্যক্ষ যোগাযোগত জ্ঞানলাভ কেনেকৈ সম্ভৱপৰ হব পাৰে, কচোৱে 'এমিল'ত আলোচনা কৰিছিল। বুদ্ধিৰ বিশেষ অঙ্গস্বৰূপে অভিপ্ৰায় সৃষ্টি কৰিবলৈ বস্তুবাদী শিক্ষাৰ প্ৰয়োজন তেওঁ উপলব্ধি কৰিছিল।

'এমিল' এনে ধৰণৰে নতুন শিক্ষানীতি বিষয়ক গ্ৰন্থ। মানুহৰ উদ্ধাৰ সাধন ৰুচোৰ লিখাৰ মূল বিষয় আছিল। ৰুচোৱে কৈছিল, "মানুহক প্ৰকৃতিয়ে সুখী আৰু সৎ ৰূপেৰেই গঢ়ি তুলিছিল। কিন্তু সমাজে মানুহক দুৰ্নীতিপৰায়ণ আৰু দুৰ্দশাগ্ৰস্ত কৰি তুলিছে। ব্যক্তিৰ উদ্ধাৰৰ বাবে প্ৰয়োজন শিক্ষাৰ।" 'এমিল'ত এই সম্পৰ্কে বিষদ আলোচনা কৰি ৰুচোৱে সেই সময়ৰ ফৰাচী সমাজৰ অগণন অৱহেলিত ল'ৰা-ছোৱালীৰ বাবে নতুন শিক্ষা-পদ্ধতি দাঙি ধৰিছে। 'এমিল'ত ৰুচোৱে কৈছিল, "Everything is good as it leaves the hands of the author of Nature, everything degenerates in the hands of man.!" এইয়া আছিল ৰুচোৰ শিক্ষা প্ৰণালীৰ মূল আদৰ্শ। এই আদৰ্শ তেওঁ লাভ কৰিছিল নিজৰ জীৱনব্যাপী লাভ কৰা অভিজ্ঞতাৰ ওপৰত ভিত্তি কৰি। জীৱনৰ কৰুণ কাহিনীৰ পটভূমিত মনৰ মাধুৰী দি ৰুচোৱে লিখিছিল 'এমিল'। ৰুচোৰ জীৱনত যি নাপালে, ভৱিষ্যতৰ ল'ৰা-ছোৱালী যাতে তাৰ পৰা বঞ্চিত নহয় তেওঁ কামনা কৰিছিল। তেওঁ কৈছিল,—"মোৰ ল'ৰালিকালক সকলোৱে অৱজ্ঞাৰ চকুৰে চাই প্ৰকৃতিগত স্বভাৱৰ বিকাশ ঘটাত অকণো মূল্য নিদিলে। সামাজিক বৈষম্য, মুষ্টিমেয় লোকৰ আধিপত্যৰ লগতে মোৰ ওপৰত প্ৰয়োগ কৰা শোষণ আৰু অত্যাচাৰত মোৰ স্বভাৱগত প্ৰকৃতি ক্ষত-বিক্ষত হৈ পৰিছিল। মই আশা কৰোঁ, মোৰ ক্ষেত্ৰত যি অন্যায় কৰা হ'ল, যি অৱহেলা কৰা হ'ল, ভৱিষ্যতৰ ল'ৰা-ছোৱালীৰ ক্ষেত্ৰত যেন তাৰ পুনৰাবৃত্তি নহয়।" কি উপায়েৰে নতুন শিক্ষা দিব লাগিব, ৰুচোৱে 'এমিল'ত বিশদভাৱে আলোচনা কৰিছে। এই গ্ৰন্থ ৰুচোৰ জীৱনৰ শ্ৰেষ্ঠতম ৰচনা।

লুক্সেমবুৰ্গৰ ডিউক আৰু তেওঁৰ পৰিবাৰে ৰুচোৰ সাহিত্য প্ৰতিভাত মুগ্ধ হৈ তেওঁৰ হাতে লিখা কিতাপ ছপাবৰ ব্যৱস্থা কৰি দিছিল। বিশেষকৈ, এমিল'ৰ ক্ষেত্ৰত, নিজে প্ৰকাশনৰ দায়িত্ব বহন

কৰি মাদামে ৰুচোক উৎসাহ যোগাইছিল। চেন্সৰৰ ভয়ত, 'সামাজিক চুক্তি' প্ৰকাশ হৈছিল আমস্টাৰ্ডামৰ পৰা। কিন্তু, 'এমিল'ৰ প্ৰকাশৰ ক্ষেত্ৰত তেওঁ বহুতো বাধা-বিঘিনি অতিক্ৰম কৰিব লগাত পৰিছিল। প্ৰকাশকৰ লগত চুক্তিপত্ৰ স্বাক্ষৰিত হোৱা সত্বেও বহুতো অথন্তৰে দেখা দি ৰুচোক বিষণ্ণ কৰি তুলিছিল। ইফালে লুক্সেমবুৰ্গ দম্পতীৰ বিপদৰ সীমা নাছিল। ডিউকৰ ভনীয়েকৰ মৃত্যুৰ শোক লাঘৱ নৌহওঁতেই নিজৰ ছোৱালীজনী হঠাতে অসুখত ভুগি মৃত্যুৰ মুখত পৰিল, আৰু অলপ দিনৰ পাচতে একমাত্ৰ চেমনীয়া ল'ৰাটোৱেও ডিউক দম্পতীক কন্দুৱাই অকালতে ইহলীলা ত্যাগ কৰিলে। এটাৰ পাচত এটা বিপদৰ সন্মুখীন হৈ ডিউকো শয্যাশায়ী হ'ল। শেষ পৰ্য্যন্ত অশেষ দুঃচিন্তাৰ ভিতৰেদি ডিউক আৰু মাদামৰ যত্নতে কিছু অদল-বদল কৰি 'এমিল' প্ৰকাশ কৰিবলৈ সক্ষম হোৱাত ৰুচো আনন্দত অধীৰ হৈছিল। তেওঁ কৈছিল,—"এইখন তেওঁৰ শেষ কিতাপ, আৰু কিতাপ তেওঁ নিলিখে।" এই কিতাপৰ লৈ কিমান বাক্-বিতণ্ডা চলিল, কিমান আলোচনা-বিলোচনা চলিল, ভাবিলে বিস্মিত হব লাগে। প্ৰচলিত সমাজব্যৱস্থা, শাসনতন্ত্ৰ আৰু গীৰ্জা সম্প্ৰদায়ৰ বিৰুদ্ধে ৰুচোৰ কলমে তীক্ষ্ণ তৰোৱালৰ দৰে অস্ত্ৰোপচাৰ কৰিছিল। অনেকে ৰুচোক এই গ্ৰন্থৰ বাবে ভৰ্ৎসনা কৰিছিল। তেওঁলোকে কৈছিল, "ৰুচো দাম্ভিক, অকৃতজ্ঞ, দায়িত্বজ্ঞানহীন পশু।" গীৰ্জা সম্প্ৰদায়ৰ ঘোৰ প্ৰতিবাদত ফ্ৰান্সী চৰকাৰে ৰুচোৰ বিৰুদ্ধে শাস্তিৰ ব্যৱস্থা লবলৈ বাধ্য হৈছিল। পাৰ্লিয়ামেণ্টে 'এমিল' গ্ৰন্থৰ সকলো কপি পুৰি পেলাবলৈ হুকুম দিছিল আৰু ৰুচোক গ্ৰেপ্তাৰ কৰিবলৈ চমন জাৰি কৰিছিল। কিন্তু গ্ৰেপ্তাৰ হোৱাৰ আগমুহূৰ্ত্তত ৰুচোৱে লুক্সেমবুৰ্গৰ ডিউক আৰু মাদামৰ পৰামৰ্শ গ্ৰহণ কৰি পেৰিচৰ পৰা পলাই যাবলৈ মান্তি হৈছিল। প্ৰকৃত কথা হ'ল, এমিল প্ৰকাশ কৰিছিল লুক্সেমবুৰ্গৰ মাদামে। তেওঁক গোলমালৰ ভিতৰত জড়িত কৰি অযথা পুলিচৰ জোৰ-জুলুমত ব্যতিব্যস্ত কৰাটো ৰুচোৱে সমৃলি

আশা কৰা নাছিল। তাতে, মাৰ্ছেল ডিউক আছিল সেই সময়ত তেওঁৰ একমাত্ৰ আশ্ৰয়ৰ স্থল। কচো গ্ৰেপ্তাৰ হলে মাৰ্ছেলে মৰণান্তিক বেজাৰ পাব। এনেয়ে তেওঁৰ শৰীৰ বেয়া, 'গাউট'ৰ বেমাৰত ভুগি অলাকলা হৈছে। এটাৰ পাচত এটা শোক পাই—মানসিক শান্তি নোহোৱা হৈছে। এনে এটা অৱস্থাত তেওঁলোকক কচোৰ লগত সাঙুৰি লোৱাটো সমূলি উচিত নহব। কচোৱে ঠিৰাং কৰিলে, তেওঁ পলাই যাব। কিন্তু কলৈ ?

জেনেভাৰ কথা তেওঁ ভাবিছিল। কিন্তু তালৈ গলে তেওঁৰ বিপদ হয়তো দুগুণে বৃদ্ধি পাব। তাৰ কৰ্তৃপক্ষই কচোৱে লিখা "ডিচকোৰ্ছ অন ইকোয়েলিটি" আৰু "নিউ এলইজ"ৰ বিৰুদ্ধে ইতিমধ্যে নিষেধাজ্ঞা জাৰি কৰিছে। তালৈ গলে কচোক ফাটেকত ভৰাই থবলৈ সুবিধাহে দিয়া হব। কচোৱে তাতকৈ চুইজাৰলেণ্ডলৈ যাব, শান্তিৰ দেশ চুইজাৰলেণ্ড। কচোৱে কান্দি-কাটি বাউলীজনী হোৱা তেৰাজক বুজাই-মেলি অনিশ্চয়তাৰ পথত আগবাঢ়িল। 'এমিল' লিখি যি পাপ কৰিলে তাৰ প্ৰায়শ্চিত্ত কৰিব লাগিব। সমাজৰ যি কৰ্ণধাৰ, শাসনতন্ত্ৰৰ যি সৰ্বেসৰ্বা, সেইসকল লোকক কচোৱে অপমান কৰিছে, দেশত শান্তি ভঙ্গ কৰিছে, অশ্লীল কিতাপ লেখি মানুহৰ ধ্যান-ধাৰণা বিকৃত কৰিবলৈ ষড়যন্ত্ৰ চলাইছে। ইয়াৰ নামেই পাপ, কচোৱে পাপ কৰিছে, ইয়াৰ প্ৰায়শ্চিত্ত হব লাগিব।' কোনো গোপনতা অৱলম্বন নকৰি কচোৱে সেইদিনা পেৰিচ চহৰৰ মাজেদি গন্তব্য স্থানলৈ আগবাঢ়িছিল। গ্ৰেপ্তাৰ কৰিবলৈ অহা ক'লা পোচাক পিন্ধা চাৰিজন পুলিচে তেওঁক দেখিছিল, হাঁহি মাৰি তেওঁলোকে কচোক অভিনন্দন জনাই আঁতৰ হৈছিল। সাধাৰণ জনসাধাৰণৰ মুখবোৰ তেওঁৰ চকুৰ আগত ভাহি উঠিছিল। আলিবাটত জমা হোৱা মানুহবোৰে নিৰ্বাক, নিৰ্বিকাৰ হৈ কৰুণ দৃষ্টিৰে তেওঁক মাথোন বিদায় দিছিল। তেওঁলোকে কচোৰ বিৰুদ্ধে উঠা নানা অভিযোগ আৰু নিন্দাৰ কথা শুনিছিল। কিন্তু, তেওঁলোকৰ অন্তৰ্দৃষ্টিত এই নিঃস্ব,

নিঃসঙ্গ মানুহজনৰ প্ৰতি করুণাৰ অভাৱ নাছিল। 'এওঁলোককেতো উপলক্ষ্য কৰি কচোৱে কিতাপ লিখিছে।' সাধাৰণ মানুহৰ অন্তৰৰ কথা ভাবি কচোৰ অন্তৰে কান্দি পেলাইছিল।

চুইজাৰলেণ্ডৰ বাৰ্ণ চহৰত কচোৰ ভালেই লাগিছিল। কিন্তু ফ্ৰান্সৰ বাহিৰেও অন্য দেশত এমিলৰ বিৰুদ্ধে শাসকগোষ্ঠী কষ্ট হোৱাত কচোৰ নিৰাপত্তাত বাধাৰ সৃষ্টি হ'ল। জেনেভাত তেওঁৰ গ্ৰন্থ অগ্নিত দাহ কৰা নিদাৰুণ বাতৰিয়ে চাৰিওফালে হৈ-চৈ লগালে। অকল জেনেভাতে নহয়, পেৰিচতে নহয়, সমগ্ৰ ইউৰোপত কচোৰ কিতাপে এক ত্ৰাসৰ সঞ্চাৰ কৰিলে। সকলোতে শাসকবৰ্গ সজাগ হৈ কচোৰ চাল-চলনত চোকা দৃষ্টি ৰাখিলে। ঠায়ে ঠায়ে তেওঁৰ বিৰুদ্ধে ওৱাৰেণ্ট জাৰি হ'ল। মানুহৰ অমঙ্গল আঁতৰ কৰাৰ চিন্তা কৰি কচোৱে নিজৰ জীৱন বিপন্ন কৰিলে। কচো মৰ্মাহত হ'ল। চুইজাৰলেণ্ড ত্যাগ কৰি তেওঁ আহিল নিউশ্যঁাতেলৰ ম'তিএ-ত্ৰাভেৰলৈ। ফ্ৰেডাৰিক ল্যগ্ৰাঁৰ অনুগ্ৰহত কচোৱে আশ্ৰয় লাভ কৰি শান্তিৰ নিশ্বাস পেলালে। কচোৱে তেওঁৰ আত্মস্বীকাৰত নিউশ্যঁাতেলৰ বৃদ্ধ গভৰ্ণৰ লৰ্ড মাৰ্ছেল জৰ্জ কিথৰ সহানুভূতি, আশ্ৰিত মনোভাৱৰ ক্ষেত্ৰত অভূতপূৰ্ব মানৱতাবাদ উপলব্ধি কৰাৰ কথা উল্লেখ কৰিছিল। এওঁৰ বদান্যতাতে কচোৱে ম'তিএ-ত্ৰাভেৰত থকা সময়খিনিত মাহেকত বাৰ লুই হিচাপে ৰাজভঁৰালৰ পৰা কিছু পৰিমাণে হলেও অৰ্থ সাহায্য লাভ কৰে। ইয়াত প্ৰায় আঢ়ৈ বছৰ কাল শান্তিৰেই দিন অতিবাহিত কৰি কচোৱে সাহিত্য চৰ্চাৰ উপৰিও খেতি-বাতিত মনোনিবেশ কৰিবলৈ প্ৰেৰণা পাইছিল। আজৰি সময়ত মাদাম বোৱা-দ'-লাতুভৰ লগত বিভিন্ন বিষয়ৰ আলাপ-আলোচনাত যোগ দিছিল আৰু "লেচ" তৈয়াৰ কৰি মাদামক সহায় কৰিছিল।

ইয়াত থকা শান্তিৰ দিন কেইটাতে কচোৱে তেওঁৰ আন এখন বিবদমান গ্ৰন্থ 'Letters ecrites de la Montague' প্ৰকাশ

কৰে। এই গ্ৰন্থই সেই সময়ৰ সমাজত ‘ববমানুহ’ বোলোৱা এক শ্ৰেণী মানুহৰ উচ্ছৃঙ্খল, উৰ্দ্ধত আচৰণৰ ফলত কেনেকৈ সাধাৰণ মানুহ প্ৰচণ্ড বিপদৰ সন্মুখীন হয়, ৰুচোৱে আলোচনা কৰিছিল। ৰাজনিৰ্দেশ, ঈশ্বৰ আৰু যাজকবৰ্গৰ ইচ্ছা পূৰ্ণ কৰাৰ তাগিদাত সৰল, সহজ আৰু নিষ্ঠাবান লোকসকলে অনেক দৈহিক কষ্ট স্বীকাৰ কৰিবলৈ বাধ্য হয়। ৰুচোৱে অতি নিৰ্ভীকভাৱে এই সমস্যা উপস্থাপন কৰি সমাজৰ অবাঞ্ছনীয় লোকসকলক জগৰীয়া কৰিছিল। এই গ্ৰন্থই স্বাভাৱিকতে শাসক আৰু যাজকবৰ্গক উত্তেজিত কৰি তুলিলে। ৰুচোৰ বিৰুদ্ধে আকৌ হৈ-চৈ লাগিল। পাস্তৰ বোলা পাদুৰী এজনে ৰুচোৰ ৰচনাক প্ৰকাশ্যে অগ্নিদাহ কৰি গাৱঁৰ মানুহক তেওঁক বিৰুদ্ধে উচটাই দিলে। তেওঁলোকৰ উৎপাতত ৰুচো বিতাৰিত হ’ল। অজ্ঞতাৰ হাতত জ্ঞানৰ পৰাজয় ঘটিল। ৰুচোৱে আশ্ৰয় বিচাৰি সাঁ-পিয়েৰ দ্বীপলৈ ৰাওনা হ’ল। এই সময়তে দুটা মৃত্যুৰ বাতৰিয়ে তেওঁৰ মানসিক অৱস্থা দুঃসহনীয় কৰি তোলে। এটা সংবাদ আছিল মাদাম দ্য ওৱাৰৰ শোকাবহ মৃত্যুৰ ঘটনা। আনটো, মাৰ্ছেল লুক্সেমবুৰ্গৰ চিকিৎসা বিভ্ৰাটৰ ফলত ঘটা নিৰ্মম মৃত্যু! এই দুই নিদাৰুণ বাতৰিত ৰুচোৰ হৃদয় চূৰ্ণ-বিচূৰ্ণ হৈ পৰিছিল। এই দুই ব্যক্তিৰ মৰম, সহায়, বিশ্বাস আৰু সাহায্যই তেওঁৰ জীৱনত হতাশাৰ মাজতো আশাৰ সঞ্চাৰ কৰিছিল। ‘লৰালিকালৰ দিনবোৰ যেন তেওঁৰ চকুত এতিয়াও জিলিকি আছে! এদিন যৌৱনৰ আশা, ভালপোৱা, অভিমান সকলো মাদাম দ্য ওৱাৰাৰ কোমল স্পৰ্শত উথলি উঠিছিল, নানা ৰঙৰ ৰঙীন স্বপ্নই তেওঁৰ বিগত দিনবোৰ স্মৃতিৰ সুবাসেৰে উন্মনা কৰিছিল আৰু গোটেই জীৱনব্যাপী মাদামৰ স্নেহ তেওঁ কৃতজ্ঞচিত্তেৰে স্মৰণ কৰিছিল। আজি এইগৰাকী মহিলাৰ মৃত্যুৰ বাতৰিয়ে তেওঁৰ মন মৰ্মান্তিক বিষাদৰে ওপচাই পেলালে। যাৰ স্পৰ্শত তেওঁ সঞ্জীৱিত হৈছিল, সেই গৰাকী মাতৃস্বৰূপা নাৰীৰ মৰ্মভেদী মৃত্যুৰ বাতৰিয়ে তেওঁৰ দুখৰ বোজা আজি দুগুণে বৃদ্ধি

কৰিলে। আৰু, মৃত্যু হৈছে লুক্সেমবুৰ্গ মাৰ্চেলৰ ডিউকৰ। এই গৰাকী হৃদয়বান ব্যক্তিৰ অনুগ্ৰহত কচোৱে চিন্তা সাধনা কৰিবলৈ প্ৰেৰণা পাইছিল। 'সামাজিক চুক্তি' আৰু এমিল' গ্ৰন্থ ছপা হোৱাৰ মূলতে এই ব্যক্তিজনৰ উৎসাহ, উদ্দীপনা আৰু আৰ্থিক সাহায্য। নিজৰ জীৱন বিপন্ন কৰিও মাৰ্চেলে কচোক সহায় কৰিছিল, সাফল্যৰ জখলাত উঠিবলৈ উদগনি দিছিল। মাদাম দ্য-ওৱাৰা আৰু মাৰ্চেল লুক্সেমবুৰ্গৰ অবিহনত তেওঁ এতিয়া ম্ৰিয়মান হৈ পৰিল। জীৱনৰ তাপ যেন ক্ৰমশঃ নিঃশেষ হৈ আহিছে। চাৰিওফালে ব্যৰ্থতা, নিষ্প্ৰাণতা; নিদাৰুণ অশান্তিয়ে তেওঁৰ দেহ-মন তিল-তিলকৈ নিষ্ক্ৰিয় আৰু নিৰ্জীৱ কৰি তুলিছে।'

সাঁ-পিয়েৰ দ্বীপতে থাকি জীৱনৰ বাকী দিনকেইটা কোনোমতে পাৰ কৰি দিব বুলি কচোৱে আশা কৰিছিল। কিন্তু এই আশা তেওঁৰ পূৰণ নহ'ল। সাঁ-পিয়েৰ দ্বীপ আছিল বাৰ্ণ-চৰকাৰৰ এলেকাভুক্ত। শান্তিভঙ্গৰ আশঙ্কাত বাৰ্ণ চৰকাৰে সাঁ-পিয়েৰ ত্যাগ কৰিবলৈ কচোক আদেশ দিলে। এইবাৰ তেওঁ আহিল লেক বিয়েনলৈ। প্ৰাণ-প্ৰাচুৰ্য্যৰে ভৰা এই সৰু ঠাইখনত ভৰি দি সান্ত্বনাৰ প্ৰলেপৰে তেওঁ মৃত্যুলৈ অপেক্ষা কৰিব পাৰিব বুলি কামনা কৰিছিল। কচোৱে বুজিছিল যে মানুহে তেওঁক অবিশ্বাস কৰিছে। এই অবিশ্বাসৰ ফলত তেওঁ নিৰ্বাসিত, নিঃসঙ্গ, নিঃশব্দ হৈ এখন ঠাইৰ পৰা অন্য এখন ঠাইলৈ বিতাড়িত হৈছে। বিধাতাই তেওঁৰ কপালত কেৱল দুখকে অঙ্কণ কৰিলে। আজি তেওঁ নিৰ্মম নিৰ্য্যাতন ভোগ কৰি আত্মবিশ্বাস, স্বচ্ছ চিন্তাধাৰা আৰু জীয়াই থকাৰ বাসনা হেৰুৱাই পেলাইছে। কিন্তু কিয়, কিয় এই নিৰ্মম নিৰ্য্যাতন তেওঁ ভোগ কৰিছে? কি দোষ কৰিছিল তেওঁ? সচেতনভাৱে বুদ্ধি-বৃত্তি প্ৰয়োগ কৰি তেওঁ সাধাৰণ মানুহৰ ভয়াবহ হতাশা, অনাগ্ৰহ আৰু নিৰৰ্থকতাবোধ দূৰ কৰিবলৈ মাত্ৰ যত্ন কৰিছিল। নিজে নিঃস্ব হৈয়ো দলিত, লাঞ্ছিতজনক তেওঁ জীৱনৰ মৃত মুহূৰ্তত অমৃত দান

কৰিছিল। ৰুচোৱে 'আত্মস্বীকাৰ'ত লিখিছিল, "কু-শাসনতন্ত্ৰত নৈতিক, সাম্য, বৈধ সকলো অৰ্থহীন। দৰিদ্ৰক বেছি জোৰেৰে চেপি ধৰি দৰিদ্ৰতাৰ চৰম দুৰ্গতি জাপি দিয়াই কু-শাসনতন্ত্ৰৰ মুখ্য উদ্দেশ্য। যাৰ অনেক আছে আইন-কানুন সদায় তেওঁলোকৰ পক্ষপাতি, আৰু যাৰ একো নাই, তেওঁলোকৰ বাবে আইন সদায় কাৰ্য্যকৰী। এনে শাসনতন্ত্ৰ যি চলাইছে, তেওঁলোকৰ ইচ্ছাৰ বিৰুদ্ধে গলেই সৰ্বনাশ মাতি অনা। বুদ্ধিচালিত চেষ্টাক মষিমূৰ কৰিবলৈ এই ৰৰমূৰীয়া-সকলে সকলো হীন-কাৰ্য্য কৰিব পাৰে।" 'ব্যৰ্থতা' দিয়েই ৰুচোয়ে তেওঁৰ 'আত্মস্বীকাৰ' লিখছিল। অকল চিয়াহীৰ ক'লা আখৰেৰে তেওঁ ইয়াক লিখা নাছিল, অভিজ্ঞতা, উপলব্ধি আৰু ৰঙাতেজৰ প্ৰতিদানেৰে এই কালজয়ী জীৱন বৃত্তান্ত তেওঁ লিখি গৈছিল।

ৰুচোৱে "পাৰ্টি অব. পাব্লিক্ লিবাৰ্টি"ৰ বিশেষ অনুৰোধত চৰকাৰী নীতিৰ বিৰুদ্ধে এখন সৰু পুস্তিকা লিখি দিছিল। এই পুস্তিকাই জেনেভা আৰু ফৰাচী চৰকাৰৰ কৰ্ণধাৰসকলৰ কাৰ্য্যকলাপ কটু ভাষাৰে সমালোচনা কৰি জনসাধাৰণৰ মাজত অসন্তোষৰ সূচনা কৰাত বিয়েনত থকা সময়তে ৰুচোৰ বিৰুদ্ধে 'চাৰ্জ-চিট' তৈয়াৰ হৈ গ্ৰেপ্তাৰৰ হুকুম হৈছিল। ফৌজদাৰি মামলাৰ পৰা হাত সাৰিবলৈ ৰুচোৰ হিতাকাঙ্ক্ষী দুই-এজনে তেওঁক গোপনে লেক্‌বিয়েনৰ পৰা ইংলণ্ডলৈ পঠাই দিয়ে। ৰুচোৱে আশা কৰিছিল, তেওঁ বাৰ্লিনলৈকে যাব, তাত থাকিবৰ বাবে। নিউশঁাতেলৰ অৱসৰপ্ৰাপ্ত বৃদ্ধ গভৰ্ণৰ, ৰুচোৰ শুভাকাঙ্ক্ষী, লৰ্ড মাৰ্চেল জৰ্জ কিথে তেওঁক কেতিয়াবাই নিমন্ত্ৰণ কৰি থৈছে। ষাঠি বছৰৰ ওচৰা-ওচৰি ৰুচোৱে দুৰ্বহ যন্ত্ৰণাৰ পৰা নিষ্কৃতি পাবলৈ উপায় বিচাৰিলে। বৃদ্ধ বয়সৰ দুঃসহ জীৱনটো পাৰ কৰোঁতে তেৰাজৰ প্ৰয়োজন তেওঁ উপলব্ধি কৰিলে। সাঁ-পিয়েৰ দ্বীপতে এজন আশ্ৰিত বন্ধুৰ ঘৰত তেৰাজক তেওঁ থৈ আহিছিল। এই নিঃসঙ্গ বৃদ্ধ জীৱনত হয়তো তেৰাজেই তেওঁৰ একমাত্ৰ অৱলম্বন।

কিন্তু বার্লিনলৈ কচো যাব নোৱাৰিলে। গ্রেপ্তাৰৰ হুকুম অহাৰ খবৰ পাই তেওঁৰ বন্ধুকেইজনে চকুপানী টুকি বাতিৰ সুবিধাতে কচোক ইংলণ্ডলৈ পঠাই দি স্বস্তিৰ নিশ্বাস পেলালে।

কচোৰ জীৱনলৈ ধিক্কাৰ আহিছিল। তেওঁৰ দৰে নিঃস্ব লোক বোধকৰো পৃথিৱীত নোলাব। সহস্র অনুৰাগী বন্ধু-বান্ধৱৰ মাজত আনন্দেৰে থাকি যিসকল মহৎ সাহিত্যিকে জীৱন কাব্য ৰচনা কৰিছে তেওঁলোকৰ শ্রেষ্ঠত্ব সহজেই মানৱ ইতিহাসত কীর্তিস্তম্ভ হৈ জিলিকি থাকিব। কিন্তু কচো? দৰিদ্রতাৰ সীমাহীন দুখ-বেদনাত, সমাজৰ দম্ভ আৰু হৃদয়হীন আচৰণত, শাসক, যাজক, সমালোচকৰ বিৰামহীন আক্রোশৰ দমননীতিত তেওঁ জুৰুলা হৈ নিষ্ঠুৰ জীৱনৰ লগত থৈয়া-নথৈয়া ৰণ চলালে, যিমানবোৰ অপকর্ম আছে সেইবোৰৰ লগত নিজক জড়িত কৰিও মৃত্যু পর্য্যন্ত সৃষ্টিৰ উন্মাদনা সজীৱ কৰি ৰাখিলে।

ইংলণ্ডত কচো চাৰি বছৰ অতিবাহিত কৰি ১৭৭০ চনত নিজৰ দেশ ফ্রান্সলৈ উভতি আহিল। ইংলণ্ডত কচোৰ বন্ধু-বান্ধৱৰ অভাৱ নাছিল। অনেকে তেওঁৰ সাহিত্যিক প্রতিভাত মুগ্ধ হৈ বিশেষ সমিতি গঠন কৰি আর্থিক সাহায্য আগবঢ়াইছিল। চিৰকাল ধৰি কচোৱে বেমাৰত ভুগিছিল। কিড্নিৰ অসুখত তেওঁৰ শৰীৰ কগীয়া হৈ পৰিছিল। অনেক বন্ধু-বান্ধৱে উপযাচি তেওঁৰ চিকিৎসাৰ বাবে সু-ব্যৱস্থা কৰিছিল। ইংলণ্ডত কচোৰ প্রধান আশ্রয়দাতা আছিল ডেভিদ হিউম। এই ব্যক্তিজনৰ সাহায্যত তেওঁ অনেক প্রকাৰে উপকৃত হৈছিল আৰু বিগত দিনৰ বহুতো অপবাদ, ৰাজনৈতিক প্রতিবন্ধক আঁতৰ কৰি এক শান্তিময় জীৱন অতিবাহিত কৰিবলৈ সুবিধা পাইছিল। কিন্তু কচোৰ কপালত কোনোদিনে সুখ নাছিল। বিদ্বেষ আৰু তীব্র ভাবাবেগে তেওঁৰ অন্তৰ ভয়, শঙ্কা, ক্রোধ, ঘৃণা আৰু অবিশ্বাসেৰে ওপচাই পেলাইছিল। হিউমৰ দৰে এজন উপকাৰী লোকৰ প্রতিও অযথা অসৎ ব্যৱহাৰ কৰি কচোৱে

জীৱনৰ শেষ বয়সত নিৰ্বোধৰ দৰে কাম কৰি ইংলণ্ড ত্যাগ কৰে। তেওঁ বিচাৰ-বুদ্ধি আঁতৰ কৰি কেৱল ভুল-ভ্ৰান্তিৰ আশ্ৰয় লৈ সকলো বন্ধু-বান্ধৱকে কটু কথা কৈছিল। ইংলণ্ডৰ মানুহে তেওঁৰ প্ৰতি বিশ্বাসঘাতকতা কৰিছে বুলি ৰুচোৱে ধাৰণা কৰিছিল আৰু তেওঁলোকৰ ষড়যন্ত্ৰৰ পৰা ৰক্ষা পাবলৈ পেৰিচলৈ গুচি আহিছিল। এজন অৱসন্ন মানুহৰ নৈৰাশ্যৰ শেষ স্তৰত মানসিক স্থিৰতা আশা কৰাটো অৰ্থহীন কথা। বৰং, সকলো চিত্ত আৰু সহানুভূতিৰে মানুহজনৰ করুণ জীৱনৰ ক্ৰিয়া-প্ৰতিক্ৰিয়া অনুসৰণ কৰিলেহে প্ৰকৃত স্বৰূপ হৃদয়ঙ্গম কৰিব পাৰি। ৰুচোৰ মানসিক অশান্তিৰ ভিতৰেদি তেওঁৰ অযৌক্তিক তিক্ততা, ঘৃণা আৰু বিদ্বেষৰ প্ৰকৃত কাৰণ উলিয়াব পৰা যাব। সামাজিক অন্যায়ৰ বিৰুদ্ধে ৰুচোৰ মন বাস্তৱতে বিদ্ৰোহী হৈ পৰিছিল। সামাজিক বন্ধনৰ তাড়নাত বশ হোৱাটো তেওঁৰ স্বভাৱ নাছিল। স্বয়ংকৃত নিয়মৰ মাজেদিয়েই তেওঁ আত্মপ্ৰকাশ কৰিছিল। তেওঁ নিজেই কৈছিল যে সকলো ধৰণৰ সমাজৰ ভিতৰত একমাত্ৰ স্বাভাৱিক সমাজ-বন্ধন হ'ল পৰিবাৰ। এই বন্ধনত আত্মৰক্ষা আৰু প্ৰতিপালনৰ বাবে ল'ৰা-ছোৱালীয়ে পিতৃ-মাতৃৰ লগত আবদ্ধ থাকে। ডাঙৰ-দীঘল হোৱাৰ লগে লগে এই প্ৰয়োজন ক্ৰমাৎ নাইকিয়া হৈ পৰে। পিতাৰ প্ৰতি পুত্ৰৰ যি আনুগত্য আৰু পুত্ৰৰ প্ৰতি পিতাৰ যি যত্ন আৰু ৰক্ষণা-বেক্ষণৰ দায়িত্ব, তাৰ পৰা মুক্ত হোৱা পিতা-পুত্ৰ উভয়ৰে সমান অধিকাৰ। ৰুচোৱে এই দৃষ্টিভঙ্গীৰে তেওঁৰ জীৱনক আগবঢ়াই লৈ গৈছিল আৰু কোনো বন্ধনৰ ভিতৰত সোমাব খুজিছিল। নিজৰ আত্মৰক্ষাৰ উপায় অৱলম্বন কৰাটো তেওঁ মানুহৰ প্ৰথম আইন বুলি অভিহিত কৰিছিল। য'তে অশান্তি প্ৰৱল হৈছিল, ত'তে ৰুচোৱে আত্মৰক্ষাৰ কথা স্মৰণ কৰিছিল আৰু সেই ঠাই পৰিত্যাগ কৰিছিল। ইংলণ্ডতো এই ধাৰণা তেওঁৰ বদ্ধমূল হৈছিল আৰু সকলোকে তেওঁ অবিশ্বাস কৰিছিল।

শত-সহস্ৰ তিক্ত অভিজ্ঞতাত ৰুচোৰ মনত স্থিৰতা নোহোৱা হৈছিল। তেওঁ সদায় অবিৰাম দুৰ্যোগত জ্বলা-কলা হৈ মানুহৰ প্ৰতি সন্তাৱ, বিশ্বাস সকলো হেৰুৱাই পেলাইছিল। 'Juge de Jacques' নামৰ গ্ৰন্থত ৰুচোৱে নিজৰ আচৰণৰ স্বপক্ষে যুক্তি প্ৰদৰ্শন কৰি নিজস্ব অভিভাৱকত্ব প্ৰমাণ কৰিবলৈ চেষ্টা কৰিছিল। 'Reveries du Promeneur Solitarie' গ্ৰন্থত তেওঁ দাঙি ধৰিছিল, নিস্তব্ধ, নিৰ্জন জীৱনৰ দুখ, বিচ্ছেদ আৰু পৰাজয়ৰ এক নিদাৰুণ কাহিনী। মনৰ সূক্ষ্ম অনুভূতিৰ এক নিপুণ মনস্তাত্বিক ছবি ফুটাই তুলি অপৰিসীম বেদনা তেওঁ ইয়াত অঙ্কিত কৰিছিল। কেতিয়াবা আঘাতেৰে, কেতিয়াবা আকৌ বিদ্ৰূপেৰে সেই সময়ৰ সমাজৰ পৰ্বত প্ৰমাণ মিছা, বঞ্চনা আৰু ভ্ৰষ্টাচাৰক নিৰ্মম কথাৰে বৰ্ণনা কৰি ৰুচোৱে আত্মতুষ্টি লাভ কৰিছিল। লিও' টলষ্টয়ৰ জীৱন বৃত্তান্তত গম পাব পাৰি যে ৰুচোৰ বক্তিম ৰচনাই তেওঁৰ মহত্তম গ্ৰন্থ, 'ওৱাৰ এণ্ড পীচ' লিখোঁতে পথপ্ৰদৰ্শকৰূপে অনুপ্ৰেৰণা যোগাইছিল। গতানুগতিক ৰচনাভঙ্গী ত্যাগ কৰি মুক্তিৰ আনন্দত নিজৰ জীৱন-সংহিতা লিখিবলৈ টলষ্টয়ে ৰুচোৰ পৰা সৰ্বপ্ৰথম নিৰ্দেশ লাভ কৰিছিল।

সকলো বন্ধু-বান্ধৱ, সন্মান, যশস্যা পৰিত্যাগ কৰি বিপুল বিতৃষ্ণাৰে ৰুচোৱে জীৱনৰ শেষ দিনকেইটা পেৰিচৰ 'মঁসিয়ে দ্ৰে জিৰাঁদা' নামৰ এজন শুভাকাঙ্খীৰ এৰ্মেনোভিলত থকা এক নিৰ্জন কুটিৰত কটাই দিছিল। কোনো ব্যক্তিৰ লগত তেওঁ দেখা-শুনা নকৰিছিল। এই আত্মগোপন ৰুচোৰ জীৱনত এক বিৰাট নিদাৰুণ ঘটনা। নিৰ্জন কুটিৰত বহি তেওঁ কেৱল কান্দিছিল আৰু কান্দিছিল। জীৱনৰ শেষ সময়ত বিবেকৰ লগত মুহুৰ্মুহুঃ সংগ্ৰাম কৰি তেওঁ অৱশ হৈ পৰিছিল। এই নিৰ্জন আৰু নিঃসঙ্গ ঘৰটোতে দৰিদ্ৰতাৰ চৰম কষ্টত ১৭৭৮ চনৰ দুই জুলাই তাৰিখে মৃত্যুবৰণ কৰি ৰুচোৱে

শাস্তি লাভ কৰে। কোনোৱে কয়, অনুশোচনাত জ্বলি-পুৰি তেওঁ সেই নির্জন কুটিৰতে আত্মহত্যা কৰে।

ফৰাচী বিপ্লৱৰ সময়ত তেওঁৰ সমাধিস্থ দেহাৰ অৱশিষ্টখিনি Panthion নামৰ ঠাইলৈ স্থানান্তৰিত কৰি সন্মান প্রদর্শন কৰা হৈছিল। সকলোৰে শেষত কচোৰ 'কনফেছন' প্রকাশ পাইছিল তেওঁৰ মৃত্যুৰ তিনি বছৰৰ পাচত। ইংলণ্ডত থকা দিন কেইটাতে এই গ্রন্থ তেওঁ বোধকৰোঁ শেষ কৰিছিল। ফৰাচী চৰকাৰৰ অনুমতিক্রমে ইংলণ্ডৰ পৰা পেৰিচলৈ অহাৰ পাচত ইয়াত কোনো বিৱৰণ লিপিবদ্ধ হোৱা নাছিল। কোনো কোনোৱে সন্দেহ কৰে যে মূল পাণ্ডুলিপি নষ্ট হোৱাৰ ভয়ত ইংলণ্ডতে কচোৱে ইয়াক এৰি থৈ আহে। ১৭৮১-ৰ পৰা ১৭৮৮ চনৰ ভিতৰত কচোৰ 'আত্মস্বীকাৰ' বাৰ খণ্ডত প্ৰকাশ পায়। এই গ্রন্থ লৈ কম আলোড়নৰ সৃষ্টি হোৱা নাছিল! অনেক দেশত এই গ্রন্থক 'অশ্লীল' বুলি অভিযুক্ত কৰা হৈছিল আৰু ১৯৩৫ চনত ছোভিয়েট দেশত কচোৰ সকলো ৰচনাৱলীৰ ওপৰত নিষেধাজ্ঞা জাৰি কৰা হৈছিল।

কচোৱে হয়তো 'কনফেছন' লিখি গৈছিল পাপৰ প্রায়শ্চিত্ত কৰিবলৈ। ইয়াৰ গুৰিতে আছিল মানুহজনৰ দুর্বহ মানসিক ক্ষোভ, বিচিত্র বেদনা আৰু জীৱনযুদ্ধৰ অতৃপ্ত তৃষ্ণা। হয়তো অসুস্থ জীৱনৰ চিতাভস্মৰ ওপৰত বহি কচোৱে 'আত্মস্বীকাৰ'ৰ ভিতৰেদি এক বেলেগ সমাজৰ সৌধ গঢ়ি তোলাৰ কল্পনা কৰিছিল।

# আলোচ্য গ্রন্থ-সূচী

(1) The memoires of Jacques Casanova, De Seingalt: unabridged and complete English tr. by Arthur Machen, Putnam's Sons, N. Y. ; 1945 ed.

Commentaries, Essays and Criticism : Casanova and his time by Edouard Maynial, Chapman and Hall. London ; 1911.

Casanova : Adventurer and Lover. tr. from the French. English ed. by A. Francis Steuart, Dodd. Mead & Co. London ; 1923.

(2) Lady Chatterley's Lover : David Herbert Lawrence. Published in Penguin Books and in Library Ed. by Heinemann, London ; 1960.

D. H. Lawrence and Human Existence : Father William Tiverton, Foreward by T. S. Eliot. Scrutiny XVIII. 1951-52. Cambridge, 1963. Comments and Reviews by F. R. Leaves.

The Life and Works of D. H. Lawrence (Revised Ed.) by Moore, Harry T. Allen & Unwin, London ; 1963.

The Deed of Life ; The novels and tales of D. H. Lawrence Moynahan, Julian, Oxford, U. Press, London ; 1963

The first freedom : article by D. H. Lawrence on Pornography and obscenity at P. 171-180. A. L. A., Chicago ; 1960.

(3) Pirandello : Oscar Budel, Bowes and Bowes, London ; 1966.

Six Characters in Search of an Author : tr. and introd. by Frederick May. Heinemann, London ; 1954.

The Drama of Luigi Pirandello : Villorini, Domenico, Univ. of Pennsylvania Press, Philadelphira, 1935 & NY Dover Publications ; 1957.

(4) Mein Kampf : Adolf Hitler English tr. by James Murphy. First published in March 21st, 1939, Hurst and Blackett Ltd., London.

Germany's Hitler : Heinz A Heinz, Hurst and Blackett Ltd. London ; 1938.

My Part in Germany's Fight : Dr. Joseph Goebbles, Hurst Blackett Ltd. London.

Herman Georing : the man and his works : Dr. Erich Gritzbach, Hurst & Blackett Ltd. London.

Hitler's War Directives : 1939-45 ed. by H. Trevor Roper London ; 1963.

The last days of Hitler : H. Trevor Roper, London ; 1947.

(5) The Communist Manifesto : Marx and Engels, Washington Sq. Press, N. Y. ; 1965,

Capital : Karl Marx Vol. I English tr. Samual moore, reprint 1974, Progress Publishers, Moscow.

Capital : K. Marx, Engels edn. Allen and Unwin, London ; 1946.

Karl Marx : The early Texts ed. by Dr. Melellan, Oxford, London ed ; 1970.

Selected Works ; K. Marx and F. Engels. Eng. ed. Progress Publishers, Moscow ; 1969-70.

Books that changed the World : Robert B. Downs, A.L.A. Chicago 1956.

Marxist Economic Theory : Ernest Mandel, Marlin Press, London 3rd imp. 1974.

(6) The International Library of Famous literature : Confessions, Jean Jacques Rousseau ed by Dr. Richard Garnett, The Standard, London ; 1899

The new Educational Library . Psychology, study of man's mind, Rousseau's Freedom for self expression, Odhams Ltd. London. New Delhi.

Samajik Chukti : Ben. tr, from the original of Rousseau's Du Contract Social by N. Choudhury, Sahitya Akademi New Delhi ; 1970.

Nishidha Boi : A Mukherjee, Mitralya, Cal ; 1964.

Educational Thought and Practice : V R. Taneja-sterling Publishers, New Delhi ; 1974 ed.

